সাধু। সম্ভৱ। আৰু মহাৰাজে অনুমতি দিলে, নন্দৰ লগৰীয়া এজনক আনি সকলো ৰহস্য ভেদ কৰি দেখুৱাব পাৰোঁ।

নীলা। তুমি পাৰিবানে ?—আনাচোন বাৰু।

সাধু। চন্দ্ৰকুমাৰ— ( চন্দ্ৰকুমাৰ আহি নমস্কাৰ জনালে )

চন্দ্ৰ। মহাৰাজৰ জয় হ'ক !

নীলা। তুমি কোন ?

চন্দ্ৰ। মহাৰাজৰ ক্ষমা ভিক্ষা কৰিছোঁ। মই এজন ছদ্মবেশী, ভণ্ড সন্ন্যাসী, অনুতাপত দগ্ধ হৈ আত্মসমৰ্পণ কৰিছোঁ—

নীলা। কি কৈছা তুমি এই বোৰ ?

চন্দ্ৰ। সঁচা কথাকে কৈছোঁ, কাৰণ সঁচা কওঁ বুলিয়েই ধৰা দিছোঁ। মই নন্দৰ অনুচৰ। নন্দৰ চক্ৰান্তত মনোহৰে প্ৰাণ দিলে, শচীপাত্ৰই পুতেকৰ মঙহ খালে। সেই বিলাকৰ জনা খিনি মহাৰাজক নিবেদন কৰি মোৰ বুকৰ বোজা পাতলাব আহিছোঁ, কিবা যদি পৰাচিত হয় হওক বুলি—!

নীলা। নন্দৰ চক্ৰান্ত ! সঁচা নহয় যেন লাগে। ময়েইতো নন্দক নামাঙ্কিত তুলাপাত দিছিলোঁ, গোপনে শাস্তি বিধান কৰিবৰ অনুমতি দিছিলোঁ।

চন্দ্ৰ। সকলো ভুল হৈ গ'ল ! নিৰ্দ্দোষীৰ ওপৰত অমানুষিক শাস্তি হ'ল।

নীলা। ওঃ ! মনোহৰেওতো শেষলৈ তাকেই কৈ আছিল !

চন্দ্ৰ। এই নন্দ কোন জানেনে ?

নীলা। যি জানো তাতকৈ আৰু বিশেষ বেছি নাজানো।

চন্দ্ৰ। নন্দ পাল ৰাজবংশৰ উপপত্নীৰ ফালৰ সন্তান। সীমান্তত বিদ্ৰোহ ঘটাইছিল, গৌৰ ৰাজ্যৰ লগত ষড়যন্ত্ৰ কৰিব খুজিছিল, শেষত ৰাজ্যত অন্তৰ্বিপ্লৱ ঘটাই অৰাজকতা আনিব খুজিছে।

সাধু। ভয়ঙ্কৰ কথা।

নীলা। ই বিশ্বাসৰ যোগ্য কথানে ?

চন্দ্ৰ। মই সাধ্য অনুসৰি প্ৰমাণ দিম। কিন্তু মোৰ প্ৰমাণ অকাট্য নহ'বও পাবে, সম্পূৰ্ণ নহ'বও পাৰে, মই নন্দৰ হাতৰ যন্ত্ৰ মাত্ৰ আছিলোঁ। আৰু সেই সুত্ৰতে যিখিনি জানো, তাকেহে নিবেদন কৰিব পাৰিম।

নীলা। নাই! দূৰ হোৱা! মোক একো প্ৰমাণ নালাগে মোৰ ভুল হোৱা নাই। মই ৰজা, মই ভুল নকৰোঁ, কৰিব নোৱাৰোঁ।

সাধু। বিষয়টো অতি গুৰু!

নীলা। হওক গুৰু। সেই বিলাকৰ ভাৰ তুমি লোৱা। মোক মোৰ ভূল লৈয়েই থাকিব দিয়া, ভূলৰ ৰাজ্য শান্তিৰ ৰাজ্য!

সাধু। তুমি তেন্তে এতিয়া জিৰণি লোৱাগৈ। পিচত মই লাগ ধৰিম।

চন্দ্ৰ। যেনে আদেশ। ( যায়গৈ )

নীলা। কি সঁচা, কি মিছা, কোনোৱে ক'ব নোৱাৰে। আজি যি সঁচা কালিলৈ সেয়ে মিছা হৈ যায়, কালি যি মিছা, আজি সেয়ে সঁচাহৈ উঠে।

সাধু। মহাৰাজে সুস্থিৰ চিত্তে বিচাৰ কৰি চাওক, সঁচা মিছাৰ তাৰতম্য আপুনি ফট্‌ফটীয়া হৈ উঠিব।

নীলা। ফট্‌ফটীয়া হৈ উঠিছে গুণেই কৈছোঁ, নন্দৰ দুৰভিসন্ধি থকা হ'লে মোকেই দেখোন প্ৰথমে হত্যা কৰিলে হয়; সি কিয় মনোহৰক হত্যা কৰিব যাব, শচী পাত্ৰক তাৰ মাংস খুৱাব, আৰু চন্দ্ৰাকেই বা মিছা অপবাদ দিব কিয়? কোনে নাজানে চন্দ্ৰা যে মোৰ মানত কলঙ্কিনী নহয়, চন্দ্ৰা যে সদায় উজ্জ্বল সুন্দৰ নিৰ্ম্মল পৱিত্ৰতাময়ী দেৱী। চন্দ্ৰা যে মোৰ মানত অশৰিৰী অপাৰ্থিব জ্যোতি। তুমি কি কৈছা—কি কৰিব খুজিছা! যোৱা যোৱা, মোক বলিয়া নকৰিবা।

[ নীলাম্বৰ আঁতৰি গ'ল, সাধু চৰণ ৰ' লাগি চাই ৰ'ল। ]

**দৃশ্যপট পৰিব**

## দ্বিতীয় দৃশ্য

### সময় আবেলি

গঙ্গাৰ পাৰ।

[ শচীপাত্ৰ। ]

শচী। পৰাচিত! পৰাচিত! কিহৰ পৰাচিত? সকলো মিছা। দান ধৰ্ম্ম, যাগ যজ্ঞ, ব্ৰত তপ, পূজা পাটল, সকলো মিছা, বামুণৰ ফাঁকি ফুকা। শত চান্দ্ৰায়নতো সেই বিকাৰ নুগুছিল, চকু জপালেই সেই কটা মূৰ, চকু মেলিলেই সেই তেজৰ নৈ দেখোঁ। দিনে ৰাতিয়ে মনত পৰি থাকে সেই বিভীষিকাময় ৰাতি, মাজ নিশা কাৰযেন অন্তিম আৰ্ত্তনাদ শুনি চিঞৰি উঠোঁ, বুকত জুই জ্বলিব ধৰে, মূৰেদি ধোঁৱা উঠিব ধৰে। কোটী বাৰ গঙ্গা স্নানেও এই জ্বালা জুৰাব নোৱাৰিলে, গঙ্গাৰ সমগ্ৰ বায়ু প্ৰবাহেও এক মুহূৰ্ত্ত শান্তি দিব নোৱাৰিলে। বুকত আৰু একোৱেই নাই, কেৱল পোৰণি কেৱল জুই, জুইৰ ওপৰত জুই। গ'ল সকলো জ্বলি পুৰি গ'ল—ওঃ!

[ পাৰে পাৰে গৈ নেদেখা হ'ল। চন্দ্ৰ কুমাৰ আহি দেখা দিলে। ]

চন্দ্ৰ। শুনিলোঁ শচীপাত্ৰ এই ফালেই আহিছে। লগ ধৰি সকলো কথা ক'ব পাৰিলে কি জানি তেওঁক নন্দৰ হাতৰ পৰা ৰক্ষা কৰিব পৰা যাব, নতুবা শচীপাত্ৰ নন্দৰ হাতত পৰিলে,

সৰ্ব্বনাশৰ মাত্ৰা আৰু চৰিব। যাওঁ ভালকৈ বিচাৰি চাব লাগিল—

[ চন্দ্ৰ কুমাৰ চিন্তিত ভাৱে যায়—কিছু দূৰত আন এফালে শচী পাত্ৰক গৈ থকা দেখা যায়, আৰু নন্দ আহি তেওঁক লগ ধৰে।

নন্দ। এই দেখোন মন্ত্ৰী ডাঙৰীয়া, অকলে ইয়াত কি কৰিছে ?

শচী। তুমি কোন ? আঁতৰি যোৱা, ওচৰক নাহিবা।

নন্দ। মই নন্দ। আপুনি ইমান সোনকালে পাহৰিলে ?

শচী। গুছা ! গুছা ! যেয়ে নহ'লা লাগিলে—

নন্দ। আচৰিত ! নন্দক পাহৰিলে আপুনি ! কমতা পুৰত—

শচী। অ' ! চিনিছোঁ। আচৰিত নহ'বা। মানুহে জীৱন ব্যাপী স্নেহ প্ৰেম, দয়া মায়া, ভয় ভক্তি, আদৰ উপকাৰ, সকলোকে মুহূৰ্ত্ততে পাহৰি যায়। পিছে তুমি ইয়াত কিয় ?

নন্দ। গম পাইছোঁ, আপোনাৰ প্ৰাণত ৰজাৰ আক্ৰোশ আছে ; তাকে জনাবলৈ পলাই আহিছোঁ। আপুনি সাৱধান হওক।

শচী। ইয়ালৈকে ! ইমানেই যেতিয়া গৈছে, প্ৰাণটোত আৰু বেছি কি যাব ? হয়তো তাৰ পৰা শান্তিও পাব পাৰোঁ।

নন্দ। শান্তি তাত নাই। মই তাৰ সুন্দৰ উপায় উলিয়াই থৈছোঁ।

শচী। উলিয়াইছা ! কি উলিয়াইছা ?—কিন্তু বিহ খোৱা, গলত ফাঁচ লগোৱা, পানীত জাহ দিয়া, বুকত কটাৰী বহুৱা, এই বিলাক ইমান ক্ষুদ্ৰ উপায়, যে তাৰ দ্বাৰা এই দুঃসহ যাতনাৰ

শান্তি পাম বুলি মনে নধৰে। কোৱা আৰু কি নতুন উপায় উলিয়াইছা ?

নন্দ। নিজে মৰি শান্তি ক'ত পাব ! শান্তি আছে প্ৰতিহিংসাত।

শচী। প্ৰতিহিংসা ! নাই, আৰু নক'বা। শেষত কিবা কৰিম, কিবা হৈ পৰিব। যি হৈছে, মোৰ অদৃষ্টতেই হৈছে। নীলাম্বৰক মই ক্ষমা কৰিছোঁ।

নন্দ। কৰিছে ভাল। ক্ষমা দেৱতাৰ বস্তু। কিন্তু পুত্ৰ বৎসলতা মানুহৰ। পিতৃহৃদয় মানুহৰ। অথচ আপুনি কি দেখুৱাইছে ! নহয়—নহয়—নিশ্চয় আপুনি শোকত কৰ্ত্তব্য জ্ঞান হেৰুৱাইছে, নহ'লে মানুহে পুত্ৰঘাতীকো ক্ষমা কৰিব পাৰেনে ! এবাৰ ভাবকচোন, মনোহৰক অকল হত্যা কৰিয়েই এৰা নাই, তেওঁৰ আগমঙ্গহ ৰান্ধি আপোনাক খুৱাইছে, তেওঁৰ কটামূৰ আপোনাক দেখুৱাইছে। ইমানতো আপুনি নিৰৱে সহ্য কৰিব পাৰিছে ! আপুনি ইমান নিৰ্দ্দয় বুলি কিজানি মনোহৰে জনা নাছিল। তেওঁ হয়তো শেষ মুহূৰ্ত্ততো, মৃত্যু যন্ত্ৰনাত কাতৰহৈ আপোনাক মাতিছিল, প্ৰতিহিংসা কামনা কৰি প্ৰাণ এৰিছিল। এতিয়াও বোধ হয় মনোহৰৰ প্ৰেতাত্মাই প্ৰতিহিংসাৰ কাৰণে সদায় জ্বলি পুৰি তৰণি পোৱা নাই ; অথচ আপুনি নিৰ্ব্বিকাৰ ভাৱে পুত্ৰহন্তাক ক্ষমা কৰি, নিজে বুকত ভুকুৱাই মৰিব লাগিছে। জানেনে আপোনাৰ এই অস্বাভাৱিক ক্ষমাই, মনোহৰৰ বুকত নীলাম্বৰৰ ছুৰীত কৈও কিমান দকৈ শালি ধৰিছে ?

নীলাম্বৰ আপোনাৰ কোন, যে প্ৰতিহিংসা নলৈ এৰি দিয়ে ?

শচী। কি প্ৰতিশোধ লম নন্দ ! যি দুৰ্ঘোৰ অন্যায় তাৰ জোখাই প্ৰতিশোধ লবৰ ক্ষমতা মোৰ কি আছে ! দেখা নাই এই বুঢ়া বয়স, এই শুকান কামী হাড় কিডালত পুত্ৰ শোকৰ নিদাৰুণ শেলাঘাত, এই অপাৰ্থক অৱস্থা ! প্ৰতিশোধৰ শক্তি মোৰ কি আছে ! আজি সেই আগৰ শচী পাত্ৰ থকা হ'লে, আজি ব্ৰাহ্মণৰ সেই তপঃতেজ থকা হ'লে, তাৰ ৰোষাগ্নিৰ ভয়ত, মনোহৰক হত্যাকৰাৰ আগতে পৃথিবীত ভূমিকম্প হব ধৰিলে হেতেন, সূৰ্য্যও দেই ক'লা পৰি গ'ল হেতেন। কিন্তু সেই দিন আৰু নাই ! মোৰ কোনো ক্ষমতাই নাই। সকলো গৈছে নন্দ, সকলো গৈছে !

নন্দ। মই কওঁ, সকলো আছে। মই জানো সকলো আছে। আজিও শচীপাত্ৰৰ নামত ভাৰতৰ ৰজা সকলে কামৰূপলৈ ভয় কৰে। আপোনাৰ এটা ইঙ্গিতত তেওঁলোকে নীলাম্বৰক সিংহাসনৰ পৰা নমাই আনি পিহি ধূলি কৰি দিব।

শচী। মোৰ ছোৱালী নাই, কমতাপুৰেই মোৰ ছোৱালী ! আজি মই নিপুত্ৰী হৈ কেনেকৈ সেই কন্যাক শত্ৰুৰ মুখত পেলাই দিওঁ ?—আৰু ক'বলৈ কথা নোলায়—নীলাম্বৰো মোৰ পুত্ৰতুল্য আছিল।

নন্দ। কিন্তু পুত্ৰতুল্য হৈও নালাম্বৰ আপোনাৰ পুত্ৰহন্তা, তেৱেঁই আপোনাক মনোহৰৰ মাংস খুৱাইছে। ক'তা ! কমতাপুৰৰ

কোনোৱেচোন আপোনাক এষাৰ সান্তনা দিবলৈ অহা নাই। আপোনালৈ সিহঁতৰ মৰম থকা হ'লে, তেতিয়াই নীলাম্বৰক কাৰেঙৰ পৰা টানি আনি আপোনাৰ ভৰিত পেলাই দিলে হেতেন! কিন্তু তেনেতো কোনেও কৰা নাই, সকলো স্বাৰ্থপৰ, অন্ধ, ৰজাৰ গোলাম! সিহঁতৰ মনুষ্যত্ব ক'ত?

শচী। সঁচা কৈছা, সঁচা কৈছা নন্দ। তেন্তে—তেন্তে মই বাঢ়িম নে আগ? বাঢ়িম নে? কোৱা নন্দ মই কি কৰোঁ?

নন্দ। আহক! আজিয়েই আমি গৌড়লৈ যাওঁ, নবাবে আপোনাক আঁকোৱালি ধৰিব। সৌৱা দূৰত মোৰ নাৱ সাজু হৈ আছে।

শচী। তেন্তে ৰ'বা, মই সন্ধ্যা সমাপন কৰি আহোঁ, তাৰ পিছত চাম।

( শচী পাত্ৰ এফলীয়া হৈ গুচি গল।
কালীচৰণ আহি নন্দৰ ওচৰ পালে )

কালী। এটা দৰ্কাৰী কথা। চন্দ্ৰকুমাৰ আহিছে।

নন্দ। আহিছে? কেলেই আহিছে?

কালী। ভাঙি নক'লে। ক'বৰ মন নাই। মোৰ সন্দেহ হৈছে।

নন্দ। হয়নে? বাৰু আহচোন যাওঁ—লগধৰোঁ—

( দুয়ো আগবাঢ়ি যায় এনেতে চন্দ্ৰকুমাৰ আহি
সেই থিনি ঠাই পায়। )

নন্দ। ইকি চন্দ্ৰকুমাৰ! তুমি কেতিয়া আহিলা?

চন্দ্ৰ। মই আজি আহিছোঁ।

নন্দ। তোমাক মই ৰাজধানীত থাকিব নকৈছিলোঁ নে?

চন্দ্ৰ। কথাতো তেনেকুৱাই আছিল—কিন্তু মই তাত থকা সুবিধা যেন নেদেখিলোঁ।

নন্দ। বাৰু, মোৰ সম্পৰ্কে মানুহে কি কৈছে?

চন্দ্ৰ। মই ক'ব নোৱাৰোঁ।

নন্দ। তুমি তেন্তে মোৰ লগত ব'লা। যাবানে?

চন্দ্ৰ। ক'লৈ?

নন্দ। সেইটো পিছত জানিবা। মুঠতে মই য'লৈ যাওঁ ত'লৈ যাব লাগিব।

চন্দ্ৰ। নাই—মই ভাবি গুণি চাব' লাগিব।

নন্দ। ভাবি গুণি চাব' লাগিব? এই গঙ্গাৰ পবিত্ৰ পানী ছুই এদিন কোনে প্ৰতিজ্ঞা কৰিছিল—?

চন্দ্ৰ। ময়ে কৰিছিলোঁ।

নন্দ। তেন্তে আজি কি কৰিছা?

চন্দ্ৰ। যেতিয়া ডাঙৰ ভুঁইকঁপ হয়, তেতিয়া দ বাম হয়, বাম দ হয়। আজিও তোমাৰ কাৰ্য্যই মোৰ মনত যি পৰিবৰ্ত্তন আনিছে, সি পৃথিবীৰ সকলো ভূমিকম্পত কৈ ডাঙৰ। গতিকে আগৰ কথা আৰু নুলিয়াবা।

নন্দ। বিশ্বাস ঘাতক!

চন্দ্ৰ। মই যদি বিশ্বাসঘাতক, তেন্তে তুমি কি?

নন্দ। সাৱধান চন্দ্ৰ, মনত ৰাখিবা, তুমি কাৰ আগত কথা কৈছা!

চন্দ্ৰ। আছে মনত, পাল ৰজাৰ ৰক্ষিতা দাসীৰ সন্ততিৰ আগত কৈছোঁ। লাজ নালাগেনে ? ছি ! ছি ! তুমি যোৱা কামৰূপৰ সিংহাসনত বহিবলৈ !

নন্দ। সঁচানে ? বাৰু। কালী—

[ হত্যাৰ ইঙ্গিত দিলে, কালীচৰণে নিঃশব্দে পাচফালৰ পৰা ছুৰী মাৰিলে। ]

চন্দ্ৰ। ওঃ ! ওঃ ! মৰিলোঁ।

[ ঘুৰি কালীচৰণকো ছুৰী মাৰিলে, দুয়ো বাগৰি পৰিল।

নন্দ। কালীচৰণ ! কালীচৰণ !

কালী। মই মৰোঁ ! তেজ ! কেৱল তেজ ! ওঃ ! ওঃ !

চন্দ্ৰ। নোৱাৰিলোঁ ! নন্দৰ পাপৰ প্ৰকাশ নহ'ল।

( শচীপাত্ৰ আহি ওলাল। )

শচী। কিহৰ হাহাকাৰ ! ইকি ! এইবোৰ কি ? নন্দ !

নন্দ। চাওক ! নীলাম্বৰে পঠোৱা গুপ্ত ঘাতকৰ হাতত—

চন্দ্ৰ। শচীপাত্ৰ। এয়ে তোমাৰ—

নন্দ। নৰঘাতী পাষণ্ড ! ( মুখত সোপাদি ধৰিলে ) মৰ পাষণ্ড ! আপোনাৰ পাপত আপুনি মৰ !

( চন্দ্ৰকুমাৰৰ মৃত্যু হ'ল )

চাওক ! চাওক ! নীলাম্বৰৰ গুপ্তঘাতকৰ হাতত কেনেকৈ মোৰ বিশ্বাসী ভৃত্যই প্ৰাণ দিলে। আৰু অলপ হ'লেই এই আঘাত আপোনাৰ বুকত বহিল হেতেন। ওঃ ! ওঃ ! ওঃ আজি মই এটা ৰত্ন হেৰুৱালোঁ।

শচী। একো নুবুজিলোঁ। যেন দিনৰ সপোন।

নন্দ। আপুনি আৰু ইয়াত নিৰাপদ নহয়—

শচী। তেন্তে মই কি কৰোঁ?

নন্দ। আহক, আৰু পলম নকৰোঁ; এতিয়াই যাত্রা কৰোঁ।

শচী। সেয়ে হ'ক। ব'লা নন্দ, আজি জীৱনত এটা নতুন ব্রতলই ওলাইছোঁ। কি কৰিব লাগে মই একো নাজানো। তুমি বাট দেখুৱাই যাবা, মই কৰি যাম। এই প্রতিহিংসাৰ যজ্ঞত তুমি হোতা হৈ ঘিউ ঢালি দিবা, ব্রাহ্মণ মই আজি শূদ্রক পুৰোহিত বৰণ কৰিলোঁ। আৰু মোৰ দ্বিধা নাই আৰু মোৰ দ্বন্দ নাই। আহা—আহা যাত্রা কালত মৰা শ দেখা ভাল। প্রতিহিংসা পূর্ণ হ'ব—

দুয়ো ওলাই যায়

**দৃশ্যপট পৰিব**

## তৃতীয় দৃশ্য

**সময়—ম্লান সন্ধ্যা**

**সাধুচৰণৰ ঘৰত লগা ফুলনিৰ এটা নিৰলা কুঞ্জ**

( এখন শিলৰ বেদী। ওচৰত আউলী বাউলী বেশে ললিতা )।

ললিতা। মোৰ চুলিটাৰ ইমান দীঘল কিয় ? পেলামেই নেকি উভালি ? নাই নাই থাওক, বিধাতাক ইয়াৰে ফাঁচী দিব লাগিব। হিঃ ! হিঃ ! হিঃ !……আয়ে দেহি ! কেনেনো ধূনীয়া জোনাক ! দেখি দেখি মোৰ টোপনি নহাহৈছে !… বতাহত গা শিয়ঁৰি শিয়ঁৰি উঠিছে !……সৌৱা আকাশত মেঘ উৰিছে, মাটিতো দেখোন মেঘ বোৰ উৰিব লাগিছে ! মেঘৰ মাজত এইখন ফুলনিকাৰ ?…আৰু আৰু এইটোচোন মনোহৰ ! এই কুঞ্জৰ ছাঁত শুই আছে ! উঠা মনোহৰ, উঠা, এনে ৰূপালী জোনাক আৰু নোপোৱা, ব'লা, এই পোহৰে পোহৰেঁ দুয়ো গুছি যাওঁ।…নুঠিলা ?……নুঠা ? বাৰু ময়ো তেন্তে তোমাৰ লগতে শুই থাকোঁ…… মই গাওঁ—তুমি শুনি থাকিবা……

( সুৰ ধৰি গায় )

নিলগে নিলগে হাঁহিবা, নাহিবা
জলাব আবেগৰ জুই,
মলয়াত বাগৰে, মাধবী লতিকা
ময়ো ৰওঁ লগতে শুই ।

[ বেদীত মূৰ থৈ শুই ৰয় আৰু সাধুচৰণ আহে ]

সাধু। ললিতা ! ব'ল আই ঘৰলৈ ব'ল।

ললিতা। অ' ! এটা বঢ়িয়া সাধুকথা মনত পৰিছে।

সাধু। ব'ল আই, ইয়াত নাথাকিবি। চাচোন আন্ধাৰ হৈ আহিছে, নিশা হ'ল—,উঠচোন উঠ !

ললিতা। কোন এইটো ? হেৰা কোন হে তুমি ?

সাধু। মোকো চিনি পোৱা নাই,—হায় অদৃষ্ট !

ললিতা। অ' ! পিতা ! ঠিক্ চকুদুটা জোনাকী পৰুৱাৰ দৰে জ্বলে, এখন মুখ, দুই পাৰি দাঁতে সৈতে এখন জিভা, দুখন ভৰি, পাচোটাকৈ আঙুলি, তাৰ আগত চোকা নখ। অ' আই ! কি ভয় লগা ! ধৰিব পাৰিলেই চোবাই খাই পেলাব ! যাওঁ।

( ভয় খোৱাৰ দৰে উঠি গুছি গ'ল )

সাধু। উঃ ! প্ৰভু মোৰ চকুৰ জেউতি কাঢ়ি নি আকৌ হুল ফুটাই যাতনা দিছা কিয় !......নাই, যাওঁ, ৰাজকাৰ্য্য লৈ চকু দিওঁ গৈ। যাৰ গাৰ কাপোৰত জুই লাগিছে, সিয়ে ঘৰৰ জুই নুমাব লগা হৈছে।

[ সাধুচৰণ যায়। ললিতা আকৌ আহে ]

ললিতা। বৰ সাৰিলোঁ ! কি ভয়ানক জীৱ ! বল আছে বুদ্ধিও আছে, মাটিত খোজ কাঢ়ে, ইপিনে পানীতো সাতুৰিব পাৰে ; লাগিলে উৰিবও !......কিন্তু আকাশৰ গাত তেজৰ চিটিকনি কিয় ? জোনৰ গালৈকে বাগৰি গৈছে ! সৰ্ব্বনাশ ! গ'ল

জোনটিও তেজৰ সোঁতত মুমাই গ'ল! যাঃ!......কি আন্ধাৰ! এই আন্ধাৰৰ সাগৰত মানুহ বোৰৰ খোৱা কামোৰাখন চোৱা! খা বাপেকে! কামোৰ! চিঙিনে! চোবা! কোনে কিমান পাৰ গিল!......ভাই খা, বন্ধু খা, পিতা খা, পুত্ৰ খা, স্নেহ খা, প্ৰেম খা, দয়া খা, মায়া খা, সকলো খা! পুৰস্কাৰ পাবি! ক'তা? একোৱেই নাইকিয়া হ'ল! ক'লৈ গ'ল? মই তেনেহলে এইবোৰ সপোন দেখিছোঁ নেকি?......সোৱা চোন আকাশ! তৰাবোল দিছে। এটা দুটা—তিনিটা—চাৰিটা—নাই আৰু লেখিব নোৱাৰি!

[ বেদীৰ কাষত বহি অলপ ওপৰলৈ চাই ৰ'ল আৰু পাচত গালে। ]

**গীত**

পৰাণৰ গান আজি অৱসান
হিয়া ভেদি আজি হাহাকাৰ!
নাই সুখ হাঁহি নাবাজে সি বাঁহী
চিঙিছে মধুৰ বীণাৰ তাঁৰ।
মৌন মুগ্ধ চন্দ্ৰমাৰ
জৰে আজি কিয় অশ্ৰুধাৰ!
সকলো মাধুৰী হইছে বিলীন
পৰি আছে ম্লান ছাঁয়া তাৰ।

[ তলমূৱা হৈ ৰ'ল, চকু পানী পৰিব ধৰিলে, ধীৰে ধীৰে আন্ধাৰ নামি আহিল ]

**দৃশ্যপট পৰিব**

## চতুৰ্থ দৃশ্য

নগৰৰ বাহিৰত গৌৰৰ সৈন্য শিবিৰ।

( নবাব হোছেন চাহ, উজীৰ, ফৰিদ খাঁ আদি সামৰিক বিষয়া সকলে শিবিৰ পৰিদৰ্শন কৰি গোট খাইছে। )

হোছেন। যুদ্ধৰ আয়োজন তোমাৰ মনৰ জোখাৰে হৈছেনে উজীৰ চাহেব ?

উজীৰ। জাহাপনাৰ তদ্‌বিৰত হোৱা কামত খুঁত ধৰিবৰ স্পৰ্দ্ধা আমাৰ নাই। সকলো কাম নিখুঁত ভাৱেই হৈছে।

হোছেন। কিন্তু তথাপি মোৰ মনৰ আশঙ্কা গুছা নাই। কামৰূপ এনেয়ে বিপদ সঙ্কুল ঠাই, তাৰ উপৰি কমতাৰ সৈন্যবল বৰ কম নহয়। আল্লাহ তালাৰ কৃপাই প্ৰধান ভৰসা।

ফৰিদ। নিশ্চিন্ত হ'ক জাহাপনা। আমাৰ একোজন সৈন্য একোটা আগ্নেয়গিৰিৰ সমান। গতিৰোধ কৰে সাধ্য কাৰ।

উজীৰ। তাৰ উপৰি কমতাৰ আগৰ তেজ এইবাৰ আৰু নাই। সেনাপতি মনোহৰ নিহত হৈছে, নন্দই আমাৰ পক্ষ লৈছে, শচী পাত্ৰ কমতাৰ শত্ৰু হৈছে।

ফৰিদ। জাহাপনাই মাফ কৰিলে এটা কথা কবৰ মন যায়।

হোছেন। কি কথা ?

ফৰিদ। এটা গোপন আফ্‌চোচ।

হোছেন। আফচোচ! কি আফ্‌চোচ!

ফৰিদ। জাহাপনা, আজি খোদাৰ অনুগ্ৰহত এটা বহু দিনীয়া আশা পূৰ্ণ হ'ব খুজিছে, আমি বুকৰ খুন দি তাক সফল কৰিম, কিন্তু তাক ভোগ কৰিব আনে।

হোছেন। আৰু অলপ স্পষ্টকৈ কোৱা চোন।

ফৰিদ। কমতাপুৰৰ সম্পৰ্কে নন্দৰ লগত আমাৰ যি সন্ধি হৈছে মই তাৰেই কথা কৈছোঁ। শেষত বোধ হয় নন্দই সিংহাসনত বহিব।

হোছেন। সম্প্ৰতি নন্দৰ লগত আমাৰ তেনে বন্দোবস্তই হৈছে। কিন্তু যুদ্ধৰ ক্ষতিৰ পৰিমাণ অনুসৰি এটা অঞ্চল আমাক এৰি দিব।

ফৰিদ। সেয়েই তো হৈছে কথা। আমি ধনে প্ৰাণে ক্ষতিগ্ৰস্ত হ'ম, ঘোৰ সঙ্কটৰ সম্মুখীন হ'ম, কিন্তু পাম এটা অঞ্চল মাত্ৰ, আৰু নন্দই পাব সিংহাসন।

হোছেন.। ফৰিদ, আমাৰ প্ৰথম উদ্দেশ্য যুদ্ধ জয়। তাৰ পাচত অন্য কথা। আমাৰ অসুবিধা কৰি একো বন্দোবস্ত কাৰ্য্যকৰী হ'ব নোৱাৰে।

উজীৰ। জাহাপনাৰ কথাৰ মূল্য বুজিছোঁ। এই সময়ত বহু কূট কৌশলৰ দৰ্কাৰ সঁচা।

হোছেন। এতিয়া বুজিব পাৰিছা নিশ্চয়। কমতাপুৰ অগাধ ৰত্নৰ ভৰাল প্ৰথমে তাক দখল কৰা, তাত ইছালামৰ শক্তিৰ বীজ ৰোৱা।

[ নন্দ আহিল ]

নন্দ। বাদচাহৰ জয় হক !

হোছেন। আহা নন্দ, আমি তোমাকেই বাট চাই আছোঁ।

নন্দ। মোৰ পলম হ'ল, মাফ কৰিব। কেবা জনো গুপ্তচৰৰ পৰা নানাবিধ বাতৰি শুনি আছিলোঁ।

হোছেন। নতুন খবৰ কিবা পালানে ?

নন্দ। শুনিলোঁ নীলাম্বৰ এতিয়ালৈকে নিশ্চিন্ত। যুদ্ধৰ আয়োজন কৰা নাই।

হোছেন। আমাৰ আয়োজনৰ কথা শুনিছেনে ?

নন্দ। সেইটো সঠিককৈ ক'ব পৰা নাই, কিন্তু অনুমান হয় নুশুনাকৈ থকা নাই।

হোছেন। কিন্তু একো নিৰ্ভৰ কৰিব নোৱাৰি।

নন্দ। শুনিছোঁ নীলাম্বৰৰ মানসিক অৱস্থা ভাল নহয়, হয়তো বিনা যুদ্ধে আত্ম সমৰ্পনো কৰিব পাৰে।

হোছেন। নীলাম্বৰে আত্মসমৰ্পন কৰিব ! এনে কথা বিশ্বাস কৰিব নোৱাৰি।

নন্দ। মই অৱশ্যে এটা সম্ভাৱনাৰ কথাহে কৈছোঁ।

ফৰিদ। কিন্তু সেই বুলি আমাৰ আয়োজনত যেন কোনো প্ৰকাৰে খুঁত নাথাকে।

হোছেন। সহজ জয়ৰ আশাই বীৰত্ব নাশ কৰে, সাৱধান ! আমাক জয় লাগে, প্ৰাণৰ সলনি দি পোৱা জয় লাগে, অজস্ৰ ৰক্তপাত কৰি পোৱা জয় লাগে, তাতেহে আমাৰ প্ৰাণৰ আনন্দ।

নন্দ। প্ৰয়োজনত আমি সকলোকে দিম, কিন্তু সহজে পালেও আমি সাদৰি ল'ম।

উজীৰ। যুদ্ধত কৌশলৰ আশ্ৰয় লোৱা বুদ্ধিমানৰ কাৰ্য্য, কিন্তু শেষ বল অস্ত্ৰৰ মুখতে বিচাৰিব লাগে।

হোছেন। আমাৰ অস্ত্ৰৰ যোগান সম্পূৰ্ণ হৈছেনে ?

ফৰিদ। আগৰ হিচাপ অনুসৰি হৈছিল, কিন্তু পিছত দুটা নতুন সৈন্য দল গঠন হোৱাত অলপ নাটনি হৈছে।

উজীৰ। দুই চাৰিদিনৰ ভিতৰতে সেই যোগাৰ সম্পূৰ্ণ হ'ব।

হোছেন। অস্ত্ৰৰ যোগাৰ সমানে চলি থাওক, যুদ্ধ কিমান দিন চলে, বা ক্ষতিৰ পৰিমাণ কিমান হয়, ক'ব নোৱাৰি।

উজীৰ। তেনে হুকুমেই দিয়া হৈছে।

[ শচী পাত্ৰ আহিল ]

হোছেন। আহক মন্ত্ৰী মহাশয়।

নন্দ। আমি সকলো সাজু হ'ব লাগিছোঁ।

শচী। ময়ো ওলাই আছোঁ। প্ৰতিশোধ লাগে! এনে প্ৰতিশোধ লাগে যে, ওঃ! থক্ এতিয়া হুলিয়াওঁ, উত্তাপ কমি যাব। বুকত লোহাৰ সাফৰ মাৰি, সকলো খিনি ৰুদ্ধতাপ সাঁচি থৈছোঁ, একে মুখে একে ঠাইতে এৰিদিম।

হোছেন। আমি কমতাপুৰ আক্ৰমন কৰিম, নীলাম্বৰক বন্দী কৰি আনি আপানাৰ আগত হাজিৰ কৰি দিম, আপুনি শাস্তি দিব।

শচী। প্ৰথমে কমতাপুৰৰ পৰ্ব্বত যেন প্ৰাচীৰ উৰুৱাই দিব, মানুহৰ তেজেৰে পিহি কামৰূপ মিহি কৰি দিব, যেন সেই বিভীষিকা সুঁৱৰি যুগে যুগে মানুহ ভয়ত জিকাৰি উঠে, বুক শুকাই যায়, অন্তৰাত্মা কঁপি থাকে। যি দেশত বাপেকে পুতেকৰ মঙহ খাব লাগে সেই দেশৰ অস্তিত্বই যেন ধ্বংশৰ অন্ধকূপত লীন হৈ যায়। পাৰিবনে? পাৰিবনে তেনে উগ্ৰ অবিমিশ্ৰ মাৰাত্মক প্ৰতিশোধ ব্যৱস্থা কৰিব?

হোছেন। পাৰিম। কবুল কৰিছোঁ। উজ্জীৰ, ফৰিদ, যোৱা মন্ত্ৰী মহাশয়ক লৈ গৈ আৰাম দিয়াৰ দিহা কৰাগৈ।

উজ্জীৰ। যো হুকুম।

ফৰিদ। আহক মন্ত্ৰী মহাশয়।

[ নন্দ উজ্জীৰ আৰু ফৰিদে শচীপাত্ৰক লৈ যায় ]

হোছেন। খোদা! বহুত আশা কৰি তোমাৰ সত্য প্ৰচাৰৰ বাবে আজি তৰোৱাল লৈছোঁ। বান্দাক দয়া কৰা, জয় দিয়া!

[ ৰাজিয়া আহিল ]

ৰাজিয়া। বন্দেগী জাহাপনা!

হোছেন। ইকি! ৰাজিয়া!—তুমি ইয়াত কিয় ৰাজিয়া?

ৰাজিয়া। পিছে আপুনি নো ইয়াত কি কৰিছে জাহাপনা?

হোছেন। কিয় তুমি নাজানা নে? যুদ্ধৰ আয়োজন চলিব লাগিছে, দুই এদিনতে আমি যুদ্ধ যাত্ৰা কৰিম।

ৰাজিয়া। তেনে হ'লে ময়ো যাম।

হোছেন। তুমি আকৌ তাত কি কৰিবা; যুদ্ধ ক্ষেত্ৰ সেই ঠাই।

ৰাজিয়া। আপুনি তাত বাৰু কি কৰিব ?

হোছেন। মোৰ লগতেই ৰণ, আৰু মই কি কৰিম !

ৰাজিয়া। নীলাম্বৰৰ লগত আপোনাৰ ৰণৰ কাৰণ কি ?

হোছেন। নীলাম্বৰৰ অত্যাচাৰৰ কথা শুনা নাইনে ? চকুৰ আগতে ইমান বোৰ অধৰ্ম্ম চাই থাকিলে পাপৰ ভাগী হ'ব লাগে। মই সোনকালে যুদ্ধ শেষ কৰি আহিম।

ৰাজিয়া। ময়ো লগতে যাওঁ ব'লক। সোনকালে যুদ্ধ শেষ হ'লেই আহিম।

হোছেন। তুমি কেনেকৈ যাবা ? কামৰূপ ভয়ানক ঠাই। সি ভূত প্ৰেতৰ, হুৰী পৰীৰ দেশ, তাত ভীষন যাদুমন্ত্ৰৰ খেলা, মানুহ ভেড়া হৈ যায়।

ৰাজিয়া। সেই কাৰনেই তো মই যাব লগা হৈছে। আপুনি যদি ভেড়া হৈও যায় মই আপোনাক লই আহিব পাৰিম ?

হোছেন। তুমি কেৱল ধেমালিতে আছা, নহয়নে ?

ৰাজিয়া। ' ধেমালি নহয়, সঁচাকৈয়ে মই যাম।

হোছেন। যাম বুলিলেই হ'লনে ? দেখিছোঁ তোমাৰ পৰা মই বিপদত পৰিছোঁ।

ৰাজিয়া। আপোনাৰ পৰা মই তাতোকৈ বেছি বিপদত পৰিছোঁ।

হোছেন। এতিয়া তামাছাৰ সময় নহয় ৰাজিয়া, ই সৈন্য ছাউনি।

ৰাজিয়া। এইটো অৰণ্যে খঙৰো ঠাই নহয়, কাৰণ—

হোছেন। কি মুস্কিল !

ৰাজিয়া। ভাল, আপুনি যদি যোৱাত বাধা দিয়ে মই নাযাওঁ, কিন্তু মোৰ যোৱা বাটত বাধা নাই।

হোছেন। বাধা নাই! ক'লৈ যাবা তেনেহলে?

ৰাজিয়া। য'লৈ গ'লে কোনো ঘূৰি নাহে।

হোছেন। ছিঃ! মৰিবা কিয়? মৰা জানো ইমান সহজ!

ৰাজিয়া। আপোনাৰ লগত যোৱাই যদি ইমান টান, তেন্তে মৰা তাতকৈ বহুত সহজ।

হোছেন। তুমি তাত গৈ দুখ পোৱা বুলিহে যাব কোৱা নাই।

ৰাজিয়া। তাকেনো ভাঙি নকৈছিল কিয়? আপোনাৰ কাষত নো মোৰ কি দুখ!

**দৃশ্য পট পৰিব**

## পঞ্চম দৃশ্য

### সময়—আবেলি

দুৰ্গৰ ভিতৰ

সাধুচৰণ আৰু নীলাম্বৰ।

নীলা। যুদ্ধত বাৰে বাৰে জিতিছোঁ। কিন্তু আনন্দ নাই, উৎসৱ নাই, সুখ নাই, জয়ধ্বনি নাই। কি আছে! একো নাই। গৌৰৰ প্ৰতাপী সৈন্যৰ বীৰ বিক্ৰম আমাৰ আগত তিষ্ঠিব পৰা নাই। কমতাপুৰ পৰ্ব্বতৰ দৰে অটল হৈ আছে। কিন্তু তথাপি জয় আস্ফালন নাই, যেন এটা বিশাল ছাঁয়াই নিৰৱে যুদ্ধ কৰি গৈছে। কিয় এনে হৈছে জানানে?

সাধু। সেই বিলাক ভাবি কি হ'ব, এতিয়া কামৰ সময়। এই বিপদৰ পৰা দেশ মুক্ত কৰিবৰ চেষ্টা কৰক। অতীত সদায় অতীত।

নীলা। কিন্তু অতীতৰ ফল অতীত নহয়, অতীতৰ ফলেই বৰ্ত্তমান। আৰু মানুহৰ মন যদি মন হৈয়েই থাকে তেন্তে অতীতৰ কথা সুঁৱৰিব উপায় নাই।

সাধু। এতিয়া চাৰিও ফালে কঠোৰ কৰ্ত্তব্য। কাম কৰি যাওক, ভাবি কি হ'ব ?

নীলা। কামতো পাৰ্য্যমানে কৰিছোঁ। এনে যুদ্ধ নীলাম্বৰে আগেয়ে কেতিয়াবা কৰিছিল নে ? মোৰ তৰোৱালৰ অগ্নি চক্ৰেৰে নগৰ আগুৰি থৈছোঁ, কিন্তু তথাপি প্ৰাণত একবিন্দু শান্তি পোৱা নাই, মনত আত্মপ্ৰসাদ পোৱা নাই। এনে অৱস্থা কাৰোবাৰ হৈছেনে ?

সাধু। এই সকলো বোৰৰ মূল নন্দ। তাক বধ কৰিব পাৰিলেই যত বোৰ বিপদ আঁতৰি যাব। নন্দৰ পৰামৰ্শ মতেইহে নবাবে এতিয়াও ৰণ চলাইছে।

নীলা। নন্দক বধিবা ? বিশ্বাস কৰা, যুদ্ধত যিমান বাৰ শত্ৰুৰ মাজত সোমাইছোঁ তিমান বাৰেই নন্দ সম্মুখৰ পৰা সাৰি গৈছে। তাৰ গাত হাত দিবৰ প্ৰবৃত্তি হোৱা নাই। যাবলৈ দিছোঁ।

সাধু। যাবলৈ দিছে ! বধ নকৰে, বন্দী নকৰিলে কিয় ?

নীলা। কিহ'লৈ ?

সাধু। আপুনি বেয়া পায় নন্দক কমতাপুৰৰ প্ৰজাৰ হাতত পেলাই দিব, সিহঁতে তাক বলিয়া কুকুৰ মৰাদি মাৰিব।

নীলা। ভুল সাধুচৰণ। এটা চাকিৰ জুয়ে তোমাৰ সৰ্ব্বস্ব পুৰি ছাই কৰিছে। চাকিটো নুমাই দিলে তোমাৰ সকলো উলটি আহিবনে, নাই তাৰেই কিবা শাস্তি হ'ব।

সাধু। অৱশ্যে আপুনি যদি তেনেকৈ ভাবে মই কবলৈ একো নাই।

নীলা। একো নোহোৱাই ভাল।...বাৰু চন্দ্ৰাৰ কি হ'ল? তুমি জানা?

সাধু। মই নাজানো মহাৰাজ।

নীলা। কিন্তু তুমি জানা, চন্দ্ৰা পৱিত্ৰ আছিল, মনোহৰ পৱিত্ৰ আছিল।

সাধু। সেয়েই মোৰ বিশ্বাস। তদুপৰি চন্দ্ৰকুমাৰৰ পৰা যি প্ৰমাণ পাইছিলোঁ, সেইটো উৰাই দিব' লগা নহয়।

নীলা। চন্দ্ৰকুমাৰে যদি সেই খিনি পোহৰ নেপেলালে হেতেন! ভুলেই বৰং মোৰ শাস্তি আছিল। কিয় তোমালোকে মোক শুধৰাই দিলা?

সাধু। সত্যৰ প্ৰকাশ অনিবাৰ্য্য।

নীলা। আজি আৰু মোক সত্য নালাগে। বৰং কোৱা মনোহৰ কপট আছিল, চন্দ্ৰা কলঙ্কিনী আছিল। মোৰ মনলৈ শক্তি ঘূৰি আহিব, নিজৰ ওপৰত বিশ্বাস হ'ব। নতুবা সকলো মায়া, মিছাৰ ৰচনা!

সাধু। তেনে বোৰ ভাবনা এতিয়া এৰক।

নীলা। এৰিছোঁ। নহ'লে মই জীয়াই আছোঁ কেনেকৈ! চন্দ্ৰাক কলঙ্কিনী বুলি ভাবিও মই জীয়াই আছিলোঁ! আৰু আজি চন্দ্ৰাক দেৱী বুলি জানিও জীয়াই আছোঁ! কেনেকৈ? কোৱা কেনেকৈ?

সাধু। কৰ্ত্তব্য, কঠোৰ কৰ্ত্তব্যই সকলো সমস্যা দূৰ কৰিব।

নীলা। মই সেই বোৰ একো নুবুজোঁ। মই বুজোঁ ভাগ্য! মোৰ দুৰ্ভাগ্য যে মই নন্দক বিশ্বাস কৰিছিলোঁ, কিন্তু তাতো কৈ দুৰ্ভাগ্য যে এতিয়া তোমাৰ কথাত, চন্দ্ৰকুমাৰৰ কথাত পতিয়ন গৈছোঁ।

( নীলাম্বৰ যায়। সাধু চৰনো পাছে পাছে যায়

**দৃশ্যপট উঠিব**

## ষষ্ঠ দৃশ্য

### সময়—সন্ধ্যা

কমতা পুৰৰ ওচৰৰ অৰণ্যভূমি, দূৰত কমতাপুৰৰ নগৰ দুৰ্গ
দুটা পাঠান সৈন্য ওলাই আহিল

১ম সৈ। মিঞা জান হায়ৰান।

২য় সৈ। হায়ৰান আৰু কি? ভয়বাণ! মিঞা ভয়বাণ!

১ম সৈ। কি ভয়বাণ?

২য় সৈ। এই হেন্দু বোৰে কয় অৰ্থাৎ যেতিয়া বৰকৈ ভয় লাগে

তেতিয়া ভয়বাণ লগা বুলি কয়। পিছে মই কওঁ, ভয় নাই।

১ম সৈ। ভয় নাই কি? ভয় আছে। নিজেই দেখিলোঁ, যুদ্ধৰ মাজতে নীলাম্বৰৰ মূৰ যায় যায় অৱস্থা। এনেতে গধূলিৰ আন্ধাৰত ক'ৰ পৰা খামাখা সেই ডাইনী আহি পৰিল ওপৰত, হাতৰ হাতিয়াৰ হাততে ৰ'ল, ক'ৰ ফৌজ কলৈ গ'ল, ঠাইতে সকলো চাফ্‌!

২য় সৈ। নাই! নাই! কি ডাইনীৰ কথা কৈছা। কাফেৰৰ দানা দৈত্যকে যদি ভয় কৰিম তেন্তে আমি মুছলিম কিহৰ!

১ম সৈ। মিঞা চাহাব, এই বোৰ বৰ বৰ মৌলবী, মৌলানা আদিয়ে ক'লে ভাল শুনি। কিন্তু আমি সাধাৰন তৰপে দেখা কথা, ভয় আছে। পাছে ভয় কৰা নকৰা সেইটো পাছ কথা। মূঠতে জানটো যদি এবাৰ নিকালিব লাগিল, তাক আৰু ঘূৰাই পোৱা টান।

২য় সৈ। হেঃ! তুমি আজিৰ পৰা কুচ্‌ কাৱাজ এৰি বাবুৰ্চ্চি খানাত বিবি চাহাব সকলক মচলা বাটি দিবাগৈ।

১ম সৈ। সিও ভাল, কাফেৰৰ দানা দৈত্যৰ আগত কোৰ্ব্বানী হোৱাতকৈ।

২য় সৈ। কেনে? সেইটো আৰু কি কথা?

১ম সৈ। সেই বন্দী কাফেৰ দুটাই কি কৈছে জানা?

২য় সৈ। এঁ! কিবা কৈছে নেকি? কি কৈছে?

১ম সৈ। কৈছে এই। সেই সিদিনা গধূলি যে ওলাইছিল,

সেইটো কেৱল ডাইনীয়ে নহয়, ডাইনীৰো ওপৰৱালা কিবা বোলে ভূৱানী দেৱী, যাৰ আগত বছৰে লাখ লাখ জ্বানোৱাৰ কোৰ্ব্বানী হয়। ইবাৰ খুনৰ পিয়াহ বেছি হৈছে, কাজেই নিজে আহি হাজিৰ। অৰ্থাৎ কাক খাওঁ, কাক খাওঁ, এই ভাব !

২য় সৈ। হয় নেকি ? মৌলবী চাহাবক সুধি চাব' লাগিল তেনে হলে। কুচ্ পৰোৱা নাই, ব'লা গধূলিৰ নামাজ আছে।

১ম সৈ। ব'বা, কোনোবা অহা যেন পাওঁ, সেয়া—চুবত—কিবা ছায়া যেন—।

২য় সৈ। এঁ ! সেই নহয় তো ! এঁ !

১ম সৈ। এঁ ! দোস্ত মোক ধৰা। উ-হু-হু !

২য় সৈ। এঁ ! দোস্ত মোক ভালকৈ ধৰা—উ-হু-হু !

দুয়ো। আল্লা ! আল্লা ! আল্লা !

( দুয়ো কঁপি কঁপি পলাই যায় )

[ দৃশ্যান্তৰ। যুদ্ধক্ষেত্ৰ। আনফালৰ পৰা দুটা হিন্দু সৈন্য আহিল। ]

১ম সৈ। শত্ৰু সৈন্যৰ দেখোন একো সন্ধান পোৱা নগ'ল।

২য় সৈ। মছলমান সৈন্যৰ মনৰ বল টুটি আহিছে যেন দেখা যায়।

১ম সৈ। সঁচা ; দৈবই আমাক সহায় কৰিব।

২য় সৈ। কেনেকৈ ?

১ম সৈ। কিয়, শুনা নাই ? পূজাৰীয়ে সপোন দেখিছে,

কমতেশ্বৰী ভৱানী দেৱীক আৰু তেজ লাগে। দেখিছাই নহয় তেওঁ সশৰীৰে ৰণক্ষেত্ৰত দেখা দিছে।

২য় সৈ। অৱশ্যে এনে কথা আৰু জীৱনত দেখা নাছিলোঁ। তথাপি মই হ'লে কিন্তু বিশ্বাস কৰিবলৈ টান পাওঁ।

১ম সৈ। কিয় টান পোৱা? দেৱীয়েইতো ৰজাক ৰক্ষা কৰিলে। নহ'লে মহাৰাজৰ জীৱনতো গৈছিলেই বুলিব লাগে। দৈবিক কাৰ্য্য নহ'লে এনে অসম্ভৱো সম্ভৱ হব পাৰেনে?

২য় সৈ। হ'লে হ'বও পাৰে। কিন্তু ভাবি নোচোৱা কিয়, ইফালে সন্ধ্যাৰ আন্ধাৰ, সিফালে ঘোৰ যুদ্ধ। তাৰ মাজত হঠাতে দেখা দিলে ঘোৰাৰ ওপৰত এজনী তিৰোতা মানুহ। সকলোৱে একমুখে জয়ধ্বনি কৰি উঠিল 'জয় ভৱানী দেৱীৰ জয়!' তাতেই যুদ্ধৰ গতি ঘূৰি গ'ল। বিশ্বাস কৰিলেও কৰিব পাৰা, নকৰিলেও নাই!

১ম সৈ। বিশ্বাস কৰিবই লাগিব, নহ'লে তেওঁনো কোন আৰু ইমান মানুহৰ মাজত ক'তনো মায়া হোৱাদি হ'ল!

২য় সৈ। সিয়োটো হওঁতে হয়।

১ম সৈ। জয় আমাৰ নিশ্চয়। দেৱীক তেজ লাগে।

২য় সৈ। ক'ব নোৱাৰি। দেৱীক যদি তেজেই লাগে, তেওঁনো এই মেলেছৰ তেজহে গ্ৰহণ কৰিব বুলি কোৱানে? ল'লে আমাৰ তেজহে ল'ব।

১ম সৈ।' নাই নাই, তেনে নহয়, ইয়াৰ গুঢ় কথা আছে। ব'লা শিবিৰত হাজিৰা দিবৰ সময় পাৰ হ'ব লগীয়া হ'ল।

[ দুয়ো যায়গৈ। দৃশ্যান্তৰ। ধীৰে ধীৰে যোগিনী বেশে চন্দ্ৰা ওলাই আহিল। ]

চন্দ্ৰা। এনে দিন আহিব বুলি ভাবা নাছিলোঁ।। যুদ্ধ ক্ষেত্ৰত তেওঁক কেতিয়াবা একোবাৰ দেখিছোঁ, মাতিব নোৱাৰোঁ, অকস্মাৎ কাষ পাইছোঁ, ছুব নোৱাৰোঁ, এখন্তেক বৈ চাব' নোৱাৰোঁ, জানোবা চিনি পায়। ভাগ্যে সিদিনা গধূলি আছিল যুদ্ধক্ষেত্ৰত কেৱে চিনি নেপালে। আই ভৱানী মোৰ জীৱনৰ ব্ৰত পূৰ্ণ কৰা!

[ চন্দ্ৰা লাহে লাহে গুচি গ'ল। অলপ পাচত শচী পাত্ৰ সোমাই আহিল। ]

শচী। কমতা! কমতা! সোণৰ কমতাপুৰ! অপূৰ্ব্ব সম্পদশালিনী কমতাপুৰ। বিদায়! চিৰ দিনলৈ বিদায়! কালে তোৰ চুলিত ধৰিছে! দুদিন পিছতে তয়ো যাবি ময়ো যাম।......ক'লৈ? কোনে জানে! জ্বলা জুইত পানী ঢালিলে জুইবা ক'লৈ যায়! পানীয়েই বা ক'লৈ যায়!...... থাকিবনে এটা মৰ্ম্মদাহী বিষবাষ্পৰ তপত হুমুনিয়া!...... সন্ধ্যা নামি আহিছে, দুদিন পাছত সেই মন্দিৰৰ ওপৰেদি সন্ধ্যাতাৰা জুঠা হ'ব, সূৰ্য্যই আহি এই স্তব্ধতাৰ ওপৰেদি নিৰৱে গুচি যাব, আঁউসীৰ আন্ধাৰে ইয়াত মৃত্যুশয্যা পাতিব। হাঁহ, কমতা, এতিয়াই হাঁহি ল', দুদিন পাছত তোৰ দুৰ্গ শিখৰৰ শেষ হাঁহি ফেৰা মই প্ৰেতৰ দৰে চেলেকি খাই পেলাম।

[ ফৰিদ নন্দ আৰু হোছেন চাহ আহিল ]

নন্দ। আপুনি ইয়াত কি কৰিছে ?

শচী। চোৱা নন্দ, দূৰত সেইটো কি জ্বলিছে ?

নন্দ। কমতাৰ নগৰ দুৰ্গ, গোধূলিৰ ৰঙা কাজল লাগি ভীষণ মূৰ্ত্তি ধৰিছে।

শচী। নহয়, সেইটো মোৰ কীৰ্ত্তি। মোৰ চিতাগ্নিৰ বিপুল সমিধ। তাক কেঁচা তেজৰ ৰঙত বোলাব লাগিব, শিশুৰ মূৰৰ ঘিউ আৰু ডেকাৰ তেলত ডুবাব লাগিব, তেহে সহজতে জ্বলি উঠিব।

নন্দ। সেইটো আমি কৰিম। আপুনি এতিয়া জিৰণি ল'কগৈ।

শচী। মোৰ জিৰণি! মনোহৰৰ দিনৰ ভাগৰ নপলাল। মাজ নিশাতে—মাজ নিশাতে—উঃ কিহ'ল! মই ক'ত জিৰণি পাম!

নন্দ। শান্ত হ'ক। আপুনি জিৰণি পাব।

শচী। তেন্তে দয়া নকৰিবা, মৰম নকৰিবা। প্লোক পকুৱা নিৰ্ব্বিশেষে ল'ৰা ডেকা বুঢ়া মতা মাইকী সকলোকে বধ কৰিবা। ঘৰে ঘৰে জুই দিবা, দুৱাৰে দুৱাৰে কুঠাৰ মাৰিবা, আৰু যেতিয়াই গোটেই নগৰ দেই উঠি খহি পৰোঁ পৰোঁ হ'ব, তেতিয়া মোক তাত শুৱাই থ'বা, তোমালোকো শুবা। মানুহ বুলিবলৈ কোনো নৰ'ব। তেহে মোৰ সুন্দৰ জিৰণি হ'ব। শ শ বছৰলৈ সেই সমাধি এটা বিস্ময় হৈ ৰ'ব। এটা আত্মঘাতী মহাকীৰ্ত্তি বৈ যাব। কেনে ? পাৰিবা নে ?

নন্দ। তাৰ বাবেই আমি যত্ন কৰিব লাগিছোঁ। আপুনি এতিয়া শিবিৰলৈ যাওক। ফৰিদ, মন্ত্ৰী ডাঙৰীয়াক শিবিৰলৈ পঠাই দিয়া।

শচী। কিন্তু মনত ৰাখিবা, প্ৰতিহিংসা নাপাহৰিবা!

( ফৰিদৰ লগত্তে যায়গৈ )

হোছেন। এতিয়া কি কৰিবা নন্দ? এই যুদ্ধ আৰু শেষ নহয় যেন লাগিছে।

নন্দ। নিজৰ শক্তিৰ ওপৰত বিশ্বাস নেহেৰুৱাব।

হোছেন। সেই বিশ্বাসৰ বলতে ইমান দিনে যুজিলোঁ। এতিয়া দেখিছোঁ নীলাম্বৰ দৈব বলেৰে বলী। এনে ক্ষেত্ৰত যুদ্ধ আৰু সম্ভব নহয়।

নন্দ। সাধাৰণ সৈন্য বোৰে জানিবা এই মিছা জনৰৱত ভোল গৈছে, কিন্তু স্বয়ং জাহাপনায়ো যে তাত ভোল যায়, এইটোহে বৰ আচনক যেন লাগে।

হোছেন। সাধাৰণ সৈন্যবোৰৰ ওপৰতেইতো সকলো ভাৰসা। কিন্তু অলৌকিক কিবা যে হৈছে, সেইটো অবিশ্বাস কৰিব নোৱাৰি। নহ'লে সিদিনাৰ যুদ্ধত নীলাম্বৰ উভতি যাব নালাগিছিল। এইখন যাদুৰ দেশ, অসম্ভৱ একো নহয়। মোৰ আৰু কমতা জয়ত স্পৃহা নোহোৱা হৈছে।

নন্দ। হঠাতে ইমান নিৰাশ হৈছে কিয় জাহাপনা?

হোছেন। ক'ব নোৱাৰো নন্দ, তুমি কেনে মানুহ। দেখা নাই জাকে জাকে গৌৰৰ বীৰ সৈন্যদল নিৰ্ম্মূল হ'ল, বাৰে বাৰে

হাৰি যুজত পিঠি দেখুৱাব লগা হৈছে—, দুৰ্দ্ধান্ত নীলাম্বৰে শিবিৰ পৰ্য্যন্ত লুটি গৈছে। ইমানতো তুমি নিশ্চিন্ত! জয়ৰ আশা কৰা ?

নন্দ। প্ৰাণ থাকে মানে কৰোঁ। এতিয়া নতুন প্ৰণালীৰে যুদ্ধ আৰম্ভ কৰিম।

হোছেন। কি নতুন প্ৰণালী ?

নন্দ। মাত্ৰ ৰাতিৰ আক্ৰমণ। দিনত যোগানৰ বাট আগুৰি ৰাখি, ৰাতি গুপ্ত আক্ৰমণ কৰি শত্ৰুক ব্যস্ত ৰখা।

হোছেন। এই উপায়ৰ দ্বাৰা কেনে ফল হয়, ভাবি চাব লগীয়া।

নন্দ। মাত্ৰ আৰু এমাহ সময় বাট চাওক, বেছি সময় মই নোখোজোঁ।

হোছেন। কিন্তু যিমান ক্ষতি হ'ল, তাৰে এখন কমতাপুৰ তৈয়াৰ হ'ল হয়।

নন্দ। কমতাপুৰ অগাধ ৰত্নৰ ভঁৰাল। তাৰ কাৰণে কোনো ক্ষতিয়ে অসহনীয় নহয়।

হোছেন। বাৰু। আহা ভাবি চাওঁ।

( সকলোৱে যায়। )

**দৃশ্যপট উঠিব**

# সপ্তম দৃশ্য

নগৰৰ দুৰ্গৰ প্ৰাচীৰ তল

**সময় মাজ ৰাতি**

দৃশ্য অন্ধকাৰ

( সশস্ত্ৰ প্ৰহৰী বিলাকে জুইৰ জোৰ লই গীত গাই যায় )।

**গীত**

পৰ দে ভাই, পৰ দে ভাই, শত্ৰু যায়—শত্ৰু যায় !
অস্ত্ৰ কৰিল' মুক্ত, ঢালে ঢালে কৰি যুক্ত,
যমো যদি আহে সুধিহে আহিব,
নহলে ৰক্ষা নাই !
পৰ দে ভাই, পৰ দে ভাই·········
আহিলে আহিব প্ৰলয় ঝঞ্ঝা,
খেদি তাকো স'তে লডিম পাঞ্জা,
আহক বজ্ৰ বিদৰি অভ্ৰ,
নাই তাকো পৰোৱাই !
পৰ দে ভাই, পৰ দে ভাই·········
আহে যদি নিজ পক্ষ, ইঙ্গিত কৰি পৰম সখ্য,
দিয়া সাৱধানে বাটৰ সন্ধি, শঙ্কা যদিহে নাই,
হবি সাৱধান নিশাৰ প্ৰহৰী, মূৰতে সকলো দায়।
পৰ দে ভাই, পৰ দে ভাই·········

[ প্ৰহৰী বিলাক গৈ দূৰ পালে, পিছত নন্দ ফৰিদ, আৰু পাঠান সৈন্য কিছুমান আহিল । ]

নন্দ । এই খিনিতে কৰ'বাত সেই গুপ্ত দুৱাৰ খন আছে, মই অনুসন্ধাম কৰি আহোঁ । তোমালোক সেই গছৰ তলে তলে গৈ থাকা । সাৱধান যেন কোনো প্ৰহৰীৰ আগত অতৰ্কিতে গৈ নপৰা ।

ফৰিদ । আপোনালৈ আমি ক'ত বাট চাম ?

নন্দ । সেই গছ শাৰীৰ সিমূৰত । ( নন্দ ওলাই গ'ল )

ফৰিদ । আক্ৰমণৰ সুন্দৰ সময় ! ওপৰত তৰাবোৰ······ভয়ত কঁপিছে ।······তলত পৃথিৱী······আতঙ্কত ঘামিছে······ মাজত বতাহ······ফোপাই উঠিছে ! সেই বোৰ কি ?······ অ' প্ৰহৰীহঁতৰ জুই ! সেই ফালৰ পৰা অকস্মাৎ আক্ৰমণ হ'ব পাৰে । সাৱধানে খোজ দিবা ! হুচিয়াৰ ! কোন মুহূৰ্ত্তত মৃত্যু আহি পায় ঠিক নাই ! আস্তে ! আস্তে আগবাঢ়া !

( সকলো কেইজন ওলাই গল ।

কিছুদূৰত প্ৰাচীৰৰ ওপৰৰ এক অংশত নন্দক সন্তৰ্পনে আগবাঢি অহা দেখা গ'ল । )

নন্দ । এই কমতাপুৰ ! ৰণত ৰাক্ষসৰ দৰে কালান্তক ! এতিয়া আন্ধাৰৰ কোলাত শুই আছে । এয়েই ছেগ ! ৰণক্ষেত্ৰৰ মৃত্যু বিবৰ্ণ অন্ধকাৰে মোক বৰ্ম্ম হৈ আগুৰিব, পপীয়া তৰাৰ পোহৰে পোহৰে মোৰ কাম শেষ হৈ যাব ।

[ নন্দ আগবাঢ়ি যায় আৰু ঠাইতে প্ৰাচীৰৰ তলৰ এখন গুপ্ত দুৱাৰ মেলখাই যায়। নীলাম্বৰ গুলাই আহি নন্দক খেদি লৈ আহে। নন্দই—"ফৰিদ! ফৰিদ!" বুলি চিঞৰি মুকলি ঠাই পায় আৰু নীলাম্বৰে নন্দক কৌশলেৰে বগৰাই বুকত বহিলয়। ]

নীলা। এইবাৰ নন্দ!

নন্দ। এঁ! এঁ! মই শত্ৰু নহয়।

নীলা। শত্ৰু নহয়! শত্ৰু নহয়! কামুৰি বুকু ফালি......হৃৎপিণ্ড উঘালি আনি......চৌৰাশী নৰকত উতলাই লওঁ...... পিছত।......

[ ছুৰী উলিয়াই বুকত হানিব খোজে, নন্দই দুই হাতে বাধা দিয়ে আৰু লগে লগে চিঞৰিব ধৰে ]।

নন্দ। ওঃ! ফৰিদ! ফৰিদ! কোন আছা!

[ দূৰত সসৈন্যে ফৰিদ দেখা দিয়ে ]

ফৰিদ। আক্ৰমণ কৰ! আক্ৰমণ কৰ!

[ দূৰৰ পৰাই সকলোৱে নীলাম্বৰক লক্ষ কৰি ধনু পাতে নীলাম্বৰে তৎক্ষণাত নন্দক এৰি দি তৰোৱাল লৈ খেদামাৰি ওচৰ চাপে, সৈন্য বোৰে কাড় পাট এৰি দি তৰোৱাল লই আক্ৰমণত বাধা দিয়ে। ]

নীলা। আহ! কাৰ সাধ্য সন্মুখলৈ আহ। ( দুৰ্গৰ বেৰত পিঠি দি যুদ্ধ কৰে। )

নন্দ। বধ কৰ! এজন মানুহ! ভয় নাই!

[ যুদ্ধ কৰে [ দুৰ্গৰ ভিতৰৰ কালৰ পৰা মুকলি তৰোৱাললৈ চন্দ্ৰা আহিল ]

চন্দ্ৰা। মৰিবৰ বাসনা যাৰ আছে সি আহক! কাপুৰুষ হঁত!

[ নীলাম্বৰৰ কামত থিয় হৈ যুদ্ধ কৰি আগুৱাই যায় আৰু আহত হৈ বহি পৰে ]

নীলা। কি ইমান স্পৰ্দ্ধা! ( সকলোকে তৰোৱালৰ আগত খেদিলৈ গ'ল )

চন্দ্ৰা। ঘূৰি আহক! ঘূৰি আহক! দূৰলৈ নাযাব! উঃ! প্ৰভু মোৰ জীৱনৰ ব্ৰত পূৰ্ণ কৰিছো! তোমাক প্ৰনাম! এতিয়া মোৰ অন্তিম কামনাটি অপূৰ্ণ নাৰাখিবা। তেওঁক নিৰাপদে মোৰ কাষলৈ আনা। উঃ! শেষ বিদায়ৰ পৰত মোক মাতৰ নাটনিত নেপেলাবা!

[ নীলাম্বৰ আহিল ]

নীলা। কোন তুমি? কোন তুমি? ক'ত দুখ পাইছা?

চন্দ্ৰা। আহক! আৰু ওচৰলৈ আহক। মোক ভৰিধূলি—!

নীলা। কি কৈছা? ইকি! ইকি কোন তুমি!

চন্দ্ৰা। মই চন্দ্ৰা! চিনি লওক!

নীলা। চন্দ্ৰা! চন্দ্ৰা! চন্দ্ৰা তুমি!

চন্দ্ৰা। আপোনাৰ—চন্দ্ৰা···! ( মৃত্যু )

নীলা। চন্দ্ৰা! চন্দ্ৰা! ওঃ! ওঃ! কেনেকৈ আহিলা! কেনেকৈ গ'লা! ক'লৈ গ'লা! কেনেকৈ পালো! কেনেকৈ হেৰুৱালোঁ!

নাই, নাই এই বিলাক কি ? আনন্দ কৰা, উৎসৱ কৰা, মোৰ চন্দ্ৰা আজি যায় ! মোক চিৰকাললৈ এৰি যায় ! নহয় নহয় ! ই সপোন ! তুমি মৰা নাই ! তুমি আছা ! নহয়—নহয়, তুমি সপোন ! মই সপোন ! জন্ম সপোন ! মৃত্যু সপোন ! সৃষ্টি সপোন ! গ'ল ! গ'ল ! পৃথিৱী মহাশূন্যত লীন হৈ গ'ল ! সকলো বাষ্প হৈ গ'ল ! চন্দ্ৰা ! চন্দ্ৰা ! ( মূৰ্চ্ছিত হৈ পৰিল )

[ নন্দ আৰু ফৰিদ আহিল ]

নন্দ । মই সিংহাসনত বহাৰ আগতে, এই অস্ত্ৰ নীলাম্বৰৰ বুকত বহক ।

[ আঘাত কৰিব খোজোঁতে ৰাজিয়া আৰু এদল সৈন্য আহি উপস্থিত হয় ]

ৰাজিয়া । খবৰদাৰ নন্দ ।

[ নন্দ স্তম্ভিত হৈ ৰৈ গ'ল । ]

**জিৰণিৰ পট পৰিব**

# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

### সময়—পূৱা

দুৰ্গৰ ভিতৰৰ এটা বহল কক্ষ, এমূৰে ওপৰ মহলালৈ উঠি যাব পৰা এখন বহল খট্ খটি। মজিয়াত পুষ্প সজ্জাৰে সজোৱা চন্দ্ৰাৰ মৃত দেহ এখন বেদীত শোৱাই থোৱা আছে। কাষত নীলাম্বৰ, অতি কাতৰ ভাৱে বহি আছে।

নীলা। জীৱনৰ অন্ধকাৰ ভেদ কৰি, জেউতিৰে জগত পূৰ্ণ কৰি, মোৰ অন্ধ চকুৰ আন্ধাৰ আৰু গভীৰ কৰি, ক'লৈ গ'লা চন্দ্ৰা ? ...এটি মাণিক পানীত পৰিছিল, নেহেৰাল ; কিন্তু হেৰাল তাৰ জেউতি !...এয়েনে মৃত্যু ! এয়েনে মানৱ জীৱনৰ শেষ ! নহয় নহয় ! মৃত্যুৰ এনে ৰূপ নহয়। ই ঈশ্বৰৰ কিবা অপূৰ্ব্ব বিধান, স্বৰ্গৰ পথহাৰা কিৰণ ফেৰিক পৃথিবীৰ পৰা সামৰি লৈ যাব আহিছে !...যোৱা চন্দ্ৰা, তুমি মুক্ত ! তোমাক আৰু মই কি ক'ম। কিন্তু তুমি এষাৰ কথা কৈ যোৱা, নোৱাৰা যদি ইঙ্গিতেৰে মোক ক্ষমা জনাই যোৱা !

[ ললিতা গীত গাই গাই সোমাই আহিল, কোনো ফালে চকু নিদি ধীৰে ধীৰে খট্‌খটি খনেদি দুৰ্গৰ ওপৰৰ ফালে উঠি যাব ধৰিলে। ]

## গীত

ফুলো ফুলিলে, জোনেও হাঁহিলে,
বাঁহীয়েও ধৰিলে তান—
শীতল মলয়া মূৰছি পৰিলে,
তটিনীয়ে গালে গান।
অলস কুসুম শয়ন,
এৰা এৰা মেলা নয়ন,
আহা আহা সখী, উষা আছে ৰখি,
মধু নিশা অৱসান !
কিয় লাহী চকু পাহি
স্নুঠে ৰূপে ৰসে ভাহি ?
এতিয়াই সখী, সাৰি পাব পখী
এৰা এৰা অভিমান।

( গীতৰ শেষ ভাগত ললিতা নেদেখা হৈ লাহে লাহে আঁতৰি গ'ল, মাত্র গীতৰ করুণ সুৰ ক্ষীণ হৈ আহিব ধৰিলে )

নীলা। ইকি ? কল্পনাৰ ফুলৰ ওপৰত স্বৰ্গৰ কিৰণ, নে কঠিন মৰ্ত্ত্যৰ ওপৰত দুখৰ বেদনা ! ই হাঁহিনে অশ্রু ? জীৱন নে মৃত্যু ? ই মিলনৰ আৱেগ নে বিচ্ছেদৰ যাতনা ? ই জন্মৰ উৎসৱ গীতি, নে মৃত্যুৰ বিননি ?

[ ফৰিদখাঁ আৰু দুজন মান পাঠান ৰাজ দূতক লগত লই সাধু চৰণ আৰু দুজন মান অস্ত্রধাৰী প্রহৰী আহিল। ]

ফৰিদ। ইকি দৃশ্য ! মোক ক'লৈ আনিলে ?

সাধু। তুমি কমতেশ্বৰ নীলাম্বৰৰ সম্মুখত। তোমালোকৰ বক্তব্য অতি সংক্ষেপে নিবেদন কৰিব পাৰা। কিন্তু চাবা যেন কোন প্ৰকাৰে তেওঁৰ শান্তিত ব্যাঘাত নহয়!

ফৰিদ। মই বাদচাহৰ আজ্ঞাবহ। অতি অপ্ৰিয় হলেও তেওঁৰ পৰা অনা বাতৰি মহাৰাজৰ আগত নিবেদন কৰিব আহিছোঁ। তাৰ বাবে মোক ক্ষমা কৰিব।

সাধু। মোৰ মতে এই সময়ত তেওঁক ৰাজ্য বা যুদ্ধ সংক্ৰান্ত কথাকৈ বিৰক্তি দিয়াহে হ'ব। তাতকৈ আন সময়লৈ বাট চোৱাই উচিত আছিল।

নীলা। কোন এওঁ লোক? এই তীৰ্থ ক্ষেত্ৰলৈ কিয় আহিছে?

সাধু। এওঁ লোকক গৌড়ৰ নবাবে পঠাইছে, বিশেষ কিবা সমাচাৰ দি।

নীলা। সেই বোৰ আৰু ইয়াত কিয়?

ফৰিদ। ( দূতৰ হাতৰ পৰা এখন থালত এখন চিঠি থৈ, থালখনি আগ বঢ়াই দি কলে ) গৌৰৰ বাদচাহে কমতেশ্বৰৰ ওচৰত বীৰ ধৰ্ম্মৰ নিয়ম অনুসাৰে যথা শক্তি যুদ্ধৰ পাচত, সসন্মানে নিজৰ পৰাজয় স্বীকাৰ কৰে। কাৰণ দেখা গৈছে মহাৰাজ দৈব বলত বলবান। গৌৰৰ বাদচাহে আজিয়েই যুদ্ধ পৰিহাৰ কৰি নিজ দেশলৈ উভতি যোৱাত ৰাজি আছে যদি—

সাধু। যদি কি?

ফৰিদ। এটি মাত্ৰ ক্ষুদ্ৰ অনুৰোধ বিশেষকৈ বেগম চাহেবাৰ—

সাধু। সেইটি কি?

ফৰিদ। এই দেশ এৰি যোৱাৰ আগতে যদি বেগম চাহেবাক এবাৰ মহাৰাণীৰ ওচৰত শেষ বাৰলৈ উপযুক্ত ভাৱে শ্ৰদ্ধা নিবেদন কৰিবৰ অনুমতি দিয়ে, তেন্তে—

নীলা। ওঃ! ( চন্দ্ৰাৰ মৃতদেহৰ ওচৰত মূৰ পেলাই ৰ'ল )

সাধু। সেইটো কেনেকৈ হয় দূত! নাজানানে মহাৰাণী আৰু নাই ?

ফৰিদ। জানোঁ। আৰু তাকে জানিয়েইতো সেই পূণ্যৱতীৰ পাৰ্থিব অৱশেষৰ ওচৰত শ্ৰদ্ধা নিবেদন কৰিবলৈ বেগম চাহেবাই প্ৰাৰ্থনা জনাইছে। আপোনালোকেইতো শুনিব পায় শত্ৰু পক্ষীয় হৈও, তেৱেঁই শঙ্কট ক্ষণত মহাৰাজৰ জীৱন ৰক্ষা কৰিছে।

সাধু। আমি তেনেহলে এই প্ৰস্তাৱৰ যথোচিত আলোচনা কৰোঁ, পিছত তোমাক মহাৰাজৰ ইচ্ছা জানোৱা হ'ব।

নীলা। প্ৰশ্ন নাই, সন্দেহ নাই, আলোচনা নাই। তোমাৰ উদ্দেশ্য সফল হৈছে।

সাধু। অন্ততঃ প্ৰথা ৰক্ষাৰ কাৰণে, নাম মাত্ৰ আলোচনা হোৱা উচিত আছিল। এইটো যুদ্ধ বিগ্ৰহ সম্পৰ্কীয় বিষয়।

নীলা। একো কথা নাই, তেওঁলোক আহিব, স্বয়ং বেগম চাহেবা আহিব যেতিয়া একো প্ৰশ্ন নাই! চন্দ্ৰাই অবিশ্বাস পাইছিল কিন্তু মোৰ কাৰণে প্ৰাণ দি গৈছে, বেগম শত্ৰুনাৰী অথচ মোক ৰক্ষা কৰিছে। চন্দ্ৰাক দেখিলে স্বৰ্গৰ দুৱাৰ মুকলি হৈ যায় ; যোৱা দুৰ্গৰ দুৱাৰ মুকলি কৰি দিয়া—

ফৰিদ। আমাৰ বিদায় সম্ভাষন গ্ৰহণ কৰক। মহাৰাজৰ জয়হ'ক !

[ সাধুচৰণ নীলাম্বৰৰ ওচৰত ৰৈ গ'ল, বাকী সকলো ওলাই যায় ]

সাধু। কিন্তু মহাৰাজ ?

নীলা। কি ?

সাধু। মোৰ অলপ সন্দেহ থাকিল।

নীলা। সন্দেহ আৰু কি ?

সাধু। যদি এই বোৰ নন্দৰ ষড়যন্ত্ৰ হয় ? চক্ৰান্ত কৰি যদি দুৰ্গৰ ভিতৰুৱা অৱস্থা জানি যায় ? নাইবা যদি বিশ্বাস ঘাতকতা কৰে ?

নীলা। কৰিলে কৰিবও পাৰে। কিন্তু নকৰিবওতো পাৰে ?

সাধু। তথাপি—

নীলা। তথাপি আৰু একো নাই। যি হয় হৈ থাওক।

সাধু। কিন্তু সেই বুলি অকাৰণত কামৰূপৰ স্বাধীনতা, মহাৰাজ নীলধ্বজৰ কীৰ্ত্তি স্তম্ভ—

নীলা। ধ্বংশ হব ! এয়েতো ? কাৰণ অকাৰণ কি আছে ! ধ্বংশই এই উদ্দেশ্য হীন সৃষ্টিৰ চৰম লক্ষ। যক্ সংসাৰ ভস্ম হৈ, কাৰ কি ?

সাধু। ভগৱান ! তোমাৰ ইচ্ছা পূৰ্ণ হওক !

**দৃশ্যপট পৰিব**

## দ্বিতীয় দৃশ্য

### সময়—দুপৰীয়া

নদীৰ পাৰ।

[ ললিতা। ]

ললিতা। সিহঁতে মোক পাগলী বোলে। মইনো কিহৰ পাগলী? সিহঁতেই পাগলী। ছিঃ! ছিঃ! ছিঃ!—কথা কয়! বাৰু পাগলীয়ে ক'বাত হাঁহেনে? কথা কয়নে? এনেকৈ ৰঙ কৰিব পাৰেনে? এয়া চোন মই ললিতা, এই জুপি নব মল্লিকা, এই জোপা পলাশ, এই জুপি সেউতি! আৰু চোৱা, এই এক, এই দুই, এই তিনি, তাৰ পাচত? তাৰ পাচত? তাৰ পাচত কি? পাহৰিলোঁ। নহয়! ও! পাঁচ। ছয় পাঁচ। মোৰ মাজে মাজে হাঁহিও উঠিব খোজে, আৰু কেতিয়াবা চকুলোও ওলাব খোজে। কিয়? কিয় বাৰু! মই বোলে কিবা—ছিঃ! কিবা কৈছো! কোনোবাই শুনিলে কি বুলিব!

[ সুৰ ধৰি গালে ]।

চোতালত বহিছে ৰাইজে সমাজে,
কোনেনো আহিছে দোলাত?
আজিনো দাদে'কৰ কি দায়া লাগিছে,
মাইচানাক লৈ আছে কোলাত!

মনোহৰ আহিছে! গাত বৰৰ সাজ, হাতত দাপোণ কটাৰী। মনোহৰে মোক ভাল পায়, ময়ো মনে মনে বৰ ভাল পাওঁ!

মুখেৰেতে দেখোন ক'ৰলৈ কিবা লাজ লাগে, বুকৰ মাজত বিজুলী মাৰিব ধৰে !······তেনেহলে মুখেৰে নক'লে হ'ল ! চকুতে যদি কিবা গম পায় পাব, নহলে মনতে এখনি ছবি হৈ থাকিব ।

( সুৰ লগাই গালে )

এনেযে ফাগুনত মনে উৰোঁ উৰোঁ।
তাতে কিহৰ সোঁৱৰণী !
মনৰ বনে বনে, বিনাই ফুৰে কোনে,
পিন্ধি চকুপানীৰ মণি ।

সেই বোৰ কি ? দোলা নহয় নে ? অ' মনত পৰিছে আজিতো বিয়া ! কাৰ লগত ?—এ ! নামতো কাঢ়িব নোৱাৰিম ! কিন্তু কইনা কোন ? ছিঃ ! সঁচাকৈ মই অলপ বলিয়া হৈছোঁ নেকি ? নাই—এইবাৰ অলপ গহীন হ'ব পাৰোনে চাওঁচোন ! ···তাৰ পিছত মনোহৰে পুথিৰ পৰা মাতিলে—অং হং নমং মলুৰাং ৰত্নং মধুং ৰসঃ—অৰ্থাৎ কোনোৱে শুঙি নোচোৱা পূৰাব ফুল, নখৰ ঘা নলগা কুমলীয়া কুঁহি পাত, বেজীৰে নিবিন্ধোৱা গোটা মণি, মুঠেই সোৱাদ নোলোৱা মউজোল আহা হা !—তাৰ পিছত কি সেইটো শগুনী লতা নেকি— পাহৰিলোঁ নহয়—

[ সাধু চৰণ আহিল ]

সাধু । ললিতা ! পলা ! নগৰত শত্ৰু সোমাইছে !

ললিতা । কি ! কি হৈছে ?

সাধু। সৰ্ব্বনাশ হৈছে !

ললিতা। কিহৰ ঢোল বাজিছে ? কোন আহিছে ?

সাধু। ব'ল অভাগী। ঘৰলৈ ব'ল। সকলো ফালে শত্ৰু! ক'ত থওঁ—কত তোক নিৰাপদে ৰাখোঁ !

ললিতা। মই নাযাওঁ—কলৈকো নাযাওঁ।

( ওচৰত যুদ্ধ নিনাদ )

সাধু। গ'ল ! কমতাপুৰ গ'ল। আৰু ৰক্ষা নাই। সকলো যক্, কিন্তু মান ৰাখোঁ কেনেকৈ ? এতিয়াই এই শত্ৰুৰ হাতত পৰিব ! তাতকৈ ! তাতকৈ !......এই পিনে আহ আই, মই নিশ্চিন্ত হওঁ !

[ ললিতাক ওচৰলৈ আনি এখন হাতেৰে টানকৈ ধৰে—আৰু আন হাতেৰে তৰোৱাল তোলে ]

ললিতা। উঃ ! উঃ ! মৰিলোঁ ! মৰিলোঁ !

[ হোছেন চাহ আৰু কিছুমান সৈন্য আহিল ]

সাধু। ভয় নকৰিবি ! মৰিবলৈ ভয় নকৰিবি।

হোছেন। কোন তুমি ? নাৰী হত্যা কৰা কিয় ?

( বাধা দিলে )

সাধু। এৰি দিয়া ! এৰি দিয়া ! এতিয়াও আমি স্বাধীন, নিজৰ মান সম্ভ্ৰম ৰাখিবৰ ক্ষমতা আছে।

হোছেন। তেন্তে অস্ত্ৰ ধৰা, যুদ্ধ কৰা। হত্যা কৰি নাৰীৰ মান ৰক্ষা কৰাৰ প্ৰয়োজন নাই। মান ৰক্ষা কৰাৰ ভাৰ নাৰীৰ ওপৰত দিয়া।

সাধু। ধিক্ তোমাৰ ৰণনীতিক, তাতোকৈ ধিক্ তোমাৰ উপদেশক। যোৱা হত্যা কৰাগৈ, বীৰত্ব কৰাগৈ। মোৰ ছোৱালীক মই বধ কৰিম।

?োছেন। নোৱাৰিবা। হয় যুদ্ধ কৰা, নহয় আত্মসমৰ্পন কৰা।

[ সৈন্য বোৰে সাধু চৰণ আৰু ললিতাৰ মাজত ব্যৱধান সৃষ্টি কৰি থিয় দিলে ]

সাধু। ধৰ্ম্ম! তুমি এই অভাগিনীক চাবা! ল' বাছা, এয়ে তোৰ পিতৃধন! এয়ে তোৰ যৌতুক, তোৰ বংশৰ আশীৰ্ব্বাদ।

[ ছুৰী এখন দলি মাৰি দিলে আৰু ললিতাই সেই খন লৈ পলাই গুছি গ'ল ]

যা আত্মৰক্ষা বা আত্মহত্যা কিহয় এটা কৰিবি। আৰু চিন্তা নাই। এতিয়া আহা—।

[ নগৰীয়া কিছু মান আহিল, দুয়ো পক্ষই যুদ্ধ কৰি গৈথাকে। ]

**দৃশ্য পট উঠিব**

# তৃতীয় দৃশ্য

## সময়—দুপৰীয়া

প্ৰথম দৃশ্যত বৰ্ণোৱা দুৰ্গৰ কক্ষ

[ চন্দ্ৰাৰ মৃত দেহৰ কাষত নীলাম্বৰ ।]

নীলা । আকৌ দিন আহিছে । নিষ্ঠুৰ সূৰ্য্য বঙা পৰি আগৰ দৰে উঠিছে । চন্দ্ৰাৰ ম্লান মুখ দেখি, তাৰ একবিন্দু কিৰণ ক'লা পৰা নাই, অথচ প্ৰতিপলে মোৰ হিয়া ক্ষয় পাব লাগিছে । এবাৰ আহা চন্দ্ৰা, এবাৰ কথা কোৱা, চোৱা মই তোমাৰ কাৰণে কেনেকৈ জীৱনত মৃত্যুৰ পুৰি সাজিলৈছোঁ । মৃত্যুৰ মুমূৰ্ষু কিৰণে মোক ধীৰে ধীৰে আগুৰি আহিছে ! চন্দ্ৰা ! সুন্দৰ চন্দ্ৰা ! যদি মোক ভাল পাইছিলা, যদি প্ৰেম পৰকালতো থাকে, মোক তোমাৰ কাষলৈ নিয়া ।

[ যুদ্ধৰ শব্দ ওচৰলৈ আগ বাঢ়ি আহিল ]

আঃ ! কিহৰ শব্দ !·· ···ও হয় ! জানিছোঁ, কিবা এটা হ'বই হ'ব ! গ'ল ! এজনৰ অদৃষ্ট দোষত কমতাপুৰ গ'ল !······ যক্ ! চন্দ্ৰাই গৈছে —সকলো যক্ !

[ সাধু চৰণ আহিল ]

সাধু । সৰ্ব্বনাশ পূৰ্ণ হ'ল !

নীলা । জানিছোঁ—

সাধু । পাৰিলে প্ৰাণ ৰক্ষা কৰক ! মাত্ৰ প্ৰাণটো ৰক্ষা কৰক । আৰু আশা নাই !

নীলা। স্থিৰ হোৱা। স্থিৰ হোৱা।

সাধু। বেগমৰ পৰিচাৰিকা অহা বুলি বহু দোলা নগৰ সোমাইছে। সকলো বোৰ পাঠান সৈন্যেৰে ভৰা। বাধাই কাম দিয়া নাই। পলাবৰ দিহা কৰি আহিছোঁ। আত্মৰক্ষা কৰক—

নীলা। পলাব নালাগে। আশ্ৰয় নিজে কাষ চাপি আহিব।

সাধু। কাকুতি কৰিছোঁ—ভৰিত ধৰিছোঁ ; মোৰ শেষ অনুৰোধ, প্ৰাণৰক্ষা কৰক !

নীলা। প্ৰাণ ৰক্ষা ? মই ? কিহলৈ ? মিছাতে হাহাকাৰ কৰি কি হ'ব ? জানিছোঁ কমতাপুৰ যাব, ৰক্ষা কৰিব নোৱাৰিম। চেষ্টা কৰি কি হ'ব ? ইমান দিনে কৰিলোঁ। আৰু সেই ক্ষমতা নাই ! শোক এৰা সাধুচৰণ, আজি কান্দা দিন নহয়। হাঁহা আনন্দ কৰা, উৎসৱ কৰা, বন্তি জ্বলোৱা, মহা সমাৰোহেৰে বিসৰ্জ্জনৰ আয়োজন কৰা ! আজি সন্ধ্যাৰ আগতে কমতাপুৰৰ ৰাজলক্ষ্মীয়ে চিৰ বিদায় ল'ব !

সাধু। অদৃষ্টত এয়ে আছিল !

নীলা। চকুলো মুছা। এই মঙ্গল মুহূৰ্ত্তত অমঙ্গল নামাতিবা। আহা, এই জনমলৈ শেষ আলিঙ্গন দিয়া, বুক ডাঠ কৰা !

( দুয়ো সাৱট। সাৱটি কৰে )

সাধু। ভগৱান ! ইয়ালৈকে কমতাক মৰ্ত্ত্যৰ অমৰাৱতী কৰি তুলিছিলা। ইয়ালৈকেই মহাৰাজ নীলাম্বৰৰ জয় গৌৰৱত পৃথিবী উপচি গৈছিল !

নীলা। সেয়ে সংসাৰৰ নিয়ম। মৰমৰ ল'ৰাটিহে সকলোত কৈ আগেয়ে মৰে। যোৱা সাধুচৰণ, নিজে সাজু হোৱা, সকলোকে সাজু কৰাগৈ, একে লগে যাব লাগিব।

( সাধুচৰণ ওলাই গল )

আহিছে! মুক্তি আহিছে! উঠা, চন্দ্ৰা! টোপনি এৰা! কমতাপুৰ যায়! নীলাম্বৰ যায়! কিন্তু গলেও যদি তোমাক লগ নাপাওঁ! সৰ্ব্বনাশ! তোমাক ইয়াত এৰোঁ কেনেকৈ?

[ ফৰিদ নন্দ আৰু এদল সৈন্য আহিল ]

নন্দ। পাইছোঁ! পাইছোঁ! ফৰিদ, এই নীলাম্বৰ!

নীলা। নন্দ! নন্দ!—নাই আৰু নহয়। আজি তুমি মোৰ আলহী—

নন্দ। কি চাইছা? আক্ৰমণ কৰা।

ফৰিদ। ৰ'বাচোন—।

নীলা। স্থিৰ হোৱা। ভয় নাই, কথা আছে।

নন্দ। এঁ! কথা আছে! কাৰ লগত?

নীলা। তোমাৰ লগত! চক্ নাখাবা, তোমাৰ লগত। তুমি মোক বধ কৰিবলৈ যিমান ব্যগ্ৰ, মই মোক ধ্বংস কৰিবলৈ তাতকৈ বেছি ব্যগ্ৰ। তুমি ভাবিছা অস্ত্ৰৰ এটা আঘাতত মোক মুক্তি দিবলৈ, কিন্তু মই ভাবিছোঁ মোৰ নিজৰ ৰক্ত মাংসৰ ওপৰত প্ৰতিশোধ লব'লৈ। শুনা, স্থিৰ হৈ শুনা। আৰু দুদিন মোক চন্দ্ৰাৰ প্ৰতিমাখনিৰ ওচৰত থাকিব দিয়া যদিও তুমিয়েই মোক চন্দ্ৰাৰ লগত বিচ্ছিন্ন কৰিছা। তাৰ

পিছত দেখিবা তোমাৰ কাম মই নিজে কৰি থৈছোঁ। চোৱা বিবেচনা কৰা। লাভ ক্ষতি গুণি চাই উত্তৰ দিয়া। লাগে, তাৰ বাবে মই তোমাক নিজে ৰাজ মুকুট পিন্ধাই দিওঁ, সিংহাসনত বহুৱাওঁ, এই কমতাৰ ধ্বংস ৰাশি মুঠি মুঠিকৈ উপহাৰ দিওঁ! কোৱা আছানে সম্মত?

নন্দ। নিশ্চয় ই উন্মত্ততা!

নীলা। উন্মত্ততা নহয়। কোৱা, তুমি সম্মত নে অসম্মত! আচৰিত নহ'বা। ভাবি চোৱা, তুমি মোৰ ওপৰত কি অত্যাচাৰ নাই! সৰ্ব্বনাশৰ ওপৰত সৰ্ব্বনাশ জ্বালি দিছা! কিন্তু মই এবাবো কোৱা নাই, ভগৱান ইয়াৰ বিচাৰ কৰা! সকলো সহি আছোঁ। কেৱল মোৰ দুৰ্ভাগ্য যে আজি মোৰ শেষ ভিক্ষা, এই ফেৰা অনুগ্ৰহ তোমাৰ ইচ্ছাধীন। যদি পূৰ্ণ কৰা, এক সৃষ্টি অন্যায় স্বত্ত্বেও কৈ যাম, তুমি মোৰ পৰম বন্ধু, তুমি সৰল, তুমি মহৎ, তুমি ধাৰ্ম্মিক! কোৱা নন্দ, মোৰ প্ৰাৰ্থনা পূৰ্ণ হ'বনে?

নন্দ। কেনেকৈ? নাই—হ'ব নোৱাৰে।

ফৰিদ। মহাৰাজ! মোৰ বিনীত প্ৰাৰ্থনা, আপোনাৰ অস্ত্ৰ সমৰ্পণ কৰক। মই আপোনাক কথা দিছোঁ সমগ্ৰ দুনিয়া এফাল হলেও মই আপোনাৰ ইচ্ছা পূৰ্ণ হোৱাত সহায় হ'ম। আপোনাৰ প্ৰাণত আমাৰ প্ৰয়োজন নাই।

নীলা। অস্ত্ৰ ত্যাগ নকৰোঁ, বশ্যতা স্বীকাৰ নকৰোঁ। অজেয় হৈ আহিছিলোঁ। অজেয় হৈ যাম।

নন্দ। তেনেহলে যুদ্ধ কৰক—

নীলা। সিয়ো ভাল। কিন্তু ইয়াত নহয়। তীৰ্থত ৰক্তপাত নকৰোঁ, তীৰ্থত নৰহত্যা নকৰিবা। দুৰ্গৰ বাহিৰলৈ ব'লা, জগতে দেখি ধিক্কাৰ দিয়ক, চন্দ্ৰ সূৰ্য্যই লাজত মুখ ঢাকক, সেই অন্তহীন আন্ধাৰত মীমাংসা হ'ক, কোন হাৰে, কোন জিকে!

নন্দ। তেনে হ'ব নোৱাৰে, ইয়াতে যি হয় হক।

ফৰিদ। মিনতি কৰিছোঁ, মাত্ৰ নামত আত্ম সমৰ্পণ কৰক, আপুনি যি বিচাৰে তাকে পাব। অপোনাক বধ কৰি আমি কলঙ্ক নিকিনো।

নীলা। মই কিন্তু নেৰিছো। হয় বধ কৰা. নহয় গুছি যোৱা। দুটাৰ এটা। আহা, কলঙ্কৰ ভয় কিহৰ? বিশ্বাস ঘাতক হৈ নগৰ সোমাইছা, ৰমণীৰ আঁচলত ধৰি আক্ৰমণ কৰিছা, ধিক্কাৰ তোমাক! লোৱা অস্ত্ৰ, কৰা আত্মৰক্ষা!

[ আক্ৰমণ কৰিলে ফৰিদে সাৱধানে আত্মৰক্ষা কৰিব ধৰিলে নন্দযো আক্ৰমণত যোগ দিলে ]

ফৰিদ। মই মাত্ৰ আত্মৰক্ষা কৰিছো, আপুনি ক্ষান্ত হ'ক।

নীলা। পাৰা বধ কৰা, নহ'লে পলোৱা—

নন্দ। তেন্তে সেয়ে হ'ক—

[ অতৰ্কিত ভাৱে পাচফালৰ পৰা আঘাত কৰে নীলাম্বৰ আহত হৈ পৰি যায ]

নীলা। ওঃ! নন্দ! কাপুৰুষ!

ফৰিদ। ছি! ছি! নন্দ! কি কৰিলা?

নন্দ। শত্ৰু নিপাত কৰিছোঁ।

ফৰিদ। তোমাৰ লগত আৰু মোৰ সহযোগ নাই, ইমান হীন মই হ'ব নোৱাৰোঁ। ছিঃ! ছিঃ! ছিঃ!

( সসৈন্যে ওলাই গুছি যায় )

নীলা। তোক কিন্তু সহজে নেৰিছোঁ—পাবিলে লগত নিম।

( কোনোমতে উঠি নন্দক আক্ৰমণ কৰিলে )

নন্দ। মিছা চেষ্টা! মিছা চেষ্টা!

( পুনৰ আঘাত কৰি বগৰাই দিলে )

[ শৰীৰ ৰক্ষক বোৰক লই ৰাজিয়া আহিল। নন্দই তেওঁক দেখিয়েই ওলাই গ'ল ]

নীলা। উঃ! নহ'ল! নোৱাৰিলোঁ! চন্দ্ৰা! চন্দ্ৰা!

ৰাজিয়া। হায়! হায়! ৰক্ষা কৰিব নোৱাৰিলোঁ। বৰ পলম হৈ গ'ল!

( নীলাম্বৰৰ মূৰ কোলাত লৈ বহে )

নীলা। উঃ! কোন তুমি! ইমান কোমল তোমাৰ হাত!

ৰাজিয়া। ক্ষমা কৰা! যাৰ নামত আজি এই সৰ্ব্বনাশ হৈছে, ময়ে সেই অভাগিণী!

নীলা। চিনিছোঁ! তুমি জগৎমাতা ভৱানী! অস্তিমত মোক দেখা দিছা!

ৰাজিয়া। মই নাৰী। ইয়াতকৈ আৰু মোৰ পৰিচয় নাই; কিন্তু বৰ দুখ ৰ'ল যে সময়ত আহি নাপালোঁ। তোমাক

ৰক্ষা কৰিব নোৱাৰিলোঁ।

নীলা। প্ৰাণৰ প্ৰলোভন আৰু নুলিয়াবা জননী! বৰ দুৰ্ভগীয়া মই! আশীৰ্ব্বাদ দিয়া যেন পৰ জন্মত……

( কণ্ঠৰোধ হ'ল )

ৰাজিয়া। আৰু নাকান্দিবা ভাই। জগতৰ যি ঈশ্বৰ তেওঁক মাতা!

নীলা। বিশ্বব্যাপী মহামাৰীৰ ওপৰত এটি স্বৰ্গীয় কৰুণাৰ কণিকা। প্ৰভু! তুমি নিষ্ঠুৰ হলেও দয়াৰ আধাৰ, তোমাৰ সংসাৰ কুৎছিত হ'লেও সৌন্দৰ্য্যৰ একাদৰ্শ! ই কি! দৃশ্য জগদীশ্বৰ! মোৰ নিশাৰ সুখৰ সপোন ভাঙি দিও তুমি এখনি মনোৰম প্ৰভাতৰ ছবি চকুৰ আগত তুলি ধৰিছা। চন্দ্ৰা! চন্দ্ৰা! ক'ত তুমি!—

( লাহে লাহে মাত নোলোৱা হৈ গ'ল )

ৰাজিয়া। গ'ল! সপোন সপোনত মিলি গ'ল, প্ৰেমে মৃত্যুৰ গলত ধৰি অমৰ সমাধিত মগ্ন হ'ল!

**দৃশ্যপট পৰিব**

## চতুর্থ দৃশ্য

### সময় সন্ধ্যা

নির্জ্জন প্ৰান্তৰ

ললিতা অকলে '

### গীত

বুকৰে সখী ! মই কোন সতে
এৰি যাওঁ তোক !
বনৰে বিননি সখিয়তী কান্দে,
ওপচাই দুগুণে শোক,—
ও সখী ও—ওপচাই দুগুণে শোক !
দেখি হিয়া ফাটে,
সমাজৰ মাজতে
কান্দে সমাজৰে লোক,
পিতে' পাটীত পৰি,
মায়ে' গলত ধৰি
কান্দিছে সুমৰি তোক
ও সখী ও কান্দিছে সুমৰি তোক !
যাবি তই যাগৈ
পালি তই লাগ ঐ,
কোননো আপোনাৰ লোক !

গলোঁ। হয় উৰি মই,
নিদিলে বিধাতাই
পখী জনম কৰি
মোক ও সখী ও—
কোন সতে এৰি যাওঁ তোক।

**দৃশ্য পট উঠিব**

## পঞ্চম দৃশ্য

### সময় গধূলি

**ৰাজ পথ**

[ দুয়ো হাতে প্ৰজ্বলিত জুইৰ জোৰা লই উন্মত্ত প্ৰায় শচী পাত্ৰ ল'ৰি আহে। ]

শচী। প্ৰতিহিংসা! প্ৰতিহিংসা! কেনে প্ৰতিহিংসা! আগত তৰোৱাল, পিছত জুই! জ্বল্ কমতা! জ্বলি উঠ! ছাই হৈ যা! আৰু তোক কোনে ৰাখে! জ্বল্! জ্বল্! গছ জ্বল্, লতা জ্বল্! পানী জ্বল্, জুই জ্বল্! আকাশ জ্বল্! বতাহ জ্বল্! চন্দ্ৰ জ্বল্! সূৰ্য্য জ্বল্! বিশ্ব জ্বল্! ব্ৰহ্মাণ্ড জ্বল্! যা যা লুপ্ত হৈ যা—!

( ঘৰে ঘৰে জুই জলাই দি গুছি গ'ল। জুই জ্বলিব ধৰে )

**দৃশ্য পট পৰিব**

## ৬ষ্ঠ দৃশ্য

### সময় গধুলি

বিধ্বস্ত কমতাপুৰ নগৰৰ ৰাজপথ

দূৰত জুইৰ গৰ্জ্জন আৰু আৰ্ত্তস্বৰ।

সাধুচৰণ আহিল

সাধু। গ'ল! সোনৰ কমতা ভস্মীভূত হৈ গ'ল! ঘৰে ঘৰে জুই লাগিছে, দেউল মন্দিৰ খহি পৰিছে, মানুহ মৰি উৎছন্ন হৈছে! আৰু আশা নাই! এতিয়া কৰ্ত্তব্য কাম মৃত্যুৰ গৌৰৱ ৰক্ষা কৰা! কোন আছা! ওলাই আহাঁ বীৰৰ দৰে মৰাহি! ছাইত যদি পোতগৈ আছা প্ৰাণ পণে চিৎকাৰ কৰি উঠা, শত্ৰু সৈন্যই খেদি আহক, পাচত যুদ্ধ কৰি মৰা। নাই! কোনো নাই! সকলো গৈছে! বাকী মাত্ৰ মই! আহা হোচেন ছাহ! আহা ফৰিদ খাঁ! আহা! নন্দ! কমতা এতিয়াও বীৰ শূন্য হোৱা নাই, কমতাৰ শেষ তৰোৱাল এতিয়াও তোমালোকৰ মূৰ ধিয়াই উন্মত্ত হৈ নাচিব লাগিছে! —তথাপি নাই! যাওঁ ময়েই বিচাৰি যাওঁ!

( ওলাই গ'ল। আন ফালৰ পৰা লাহে লাহে শচী পাত্ৰ আহিল )

শচী। ক'লৈ আহিলোঁ! খোজ দিবৰ সন্ধি নাই, মানুহৰ কে'চা মূৰ! তেজত ভৰি পিছলি যায়, মাজে মাজে গাত খোজ পৰি আধা মৰা ল'ৰা ছোৱালীয়ে চিঞৰি উঠে, পোৰা অস্থিমাংসৰ দুৰ্গন্ধত উশাহ বন্ধ হৈ যায়। এয়ে কমতাপুৰ! আজি পুৱাৰ পৰা মাথোন যুদ্ধ হৈছে, তাতেই ইমান পৰিবৰ্ত্তন! অথচ

সাধু। কি কৰিছা অধম বৃদ্ধ! আজীৱন কূটনীতিৰ চৰ্চ্চা কৰি শেষত এজন মানুহৰ চক্ৰান্তত ভোল গ'লা! নুবুজিলা কোন তোমাৰ পুত্ৰঘাতী? কি ক'ম! তোমাৰ দৰে দয়াৰ পাত্ৰ আৰু নাই!

শচী। কি কৈছা? তেন্তে নীলাম্বৰ নহয়? ওঃ! কোন সি?

সাধু। শুনিবা? বিশ্বাস কৰিবা?

শচী। নীলাম্বৰ নহয়! নীলাম্বৰ নহয়!! কোন সি?

সাধু। যেতিয়া জ্ঞান আছিল, বুজিবৰ শক্তি আছিল, তেতিয়া নুবুজিলা, এতিয়া পুত্ৰশোকত জ্ঞান হেৰুৱাই, নিজৰ সৰ্ব্বনাশ নিজে কৰি, হিতাহিত জ্ঞান শূন্য হৈ বুজিবা?

শচী। বুজিম। কোৱা, একে আষাৰে কৈ দিয়া। আৰু ইয়াৰ পাচত কি কৰিম তাৰো এটা উপায়—

সাধু। একে আষাৰে! যদি প্ৰলয়ৰ গৰ্জ্জনৰ দৰে বাক্ শক্তি থাকিল হয়, যদি বজ্ৰাগ্নিৰ দৰে ভাষা থাকিল হয়, তেও কি জানি শত সাধু চৰণে, সহস্ৰ কণ্ঠে কৈ, এই অন্তৰ্দ্দাহ পলুৱাব নোৱাৰিলে হেতেন। আৰু কি কৰিবা তাৰ উপায়? এই সৰ্ব্বনাশলৈ চোৱা ইয়াৰ পাচতো কিবা কৰিব লগা থাকেনে? তোমাৰ কি সাধ্য! মোৰ কি সাধ্য! ইয়াৰ পাচৰ কাম স্বয়ং কালে কৰিব।

শচী। পাতনি এৰা। স্পষ্টকৈ কোৱা কোন সি?

সাধু। জগতত যদি সত্য আছে, তেন্তে সেই নাম তোমাৰ মুখেদি ব্যক্ত হ'ব। কোৱা, কোন হ'ব পাৰে তোমাৰ পুত্ৰহন্তা?

শচী। বাৰু,...নন্দ...?

সাধু। সত্যৰ জয় হ'ক! কোনে কয় তুমি উন্মাদ। সেই নন্দই তোমাৰ পুত্ৰহন্তা। কমতাৰ মহাঘাতক।

শচী। উঃ! উঃ! উঃ! মাজে মাজে সন্দেহ হৈছিল, কিন্তু—

সাধু। এতিয়া কি কৰিবা? জীয়াই থাকিবা নে মৰিবা? কোৱা, সময় সংক্ষেপ।

শচী। সুসুবিধা। ভাল সময়ত তোমাক লগ পাইছোঁ। দেখুৱাই দিয়া মই কৰি যাওঁ।

সাধু। তেন্তে আত্মঘাতীৰ আক্ৰোশ লই, মৃত্যুৰ ক্ৰিয়াৰ দৰে—আহা, এই শেষ মুহূৰ্ত্তত যুদ্ধ কৰোঁ, প্ৰতিহিংসা লওঁ। শেষত মৰোঁ।

শচী। মোৰ মহাপাতকৰ প্ৰায়শ্চিত্ত হ'বনে?

সাধু। যদি নহয়, মোৰ সকলো পূণ্য তোমাক দি মই অনন্ত নৰকত পচি ৰ'ম। কাকুতি কৰিছোঁ তুমি জীয়াই নাথাকিবা। মোৰ লগতে মৰিবলৈ ওলোৱা।

শচী। মৰাত মৰিছোঁ। কিন্তু প্ৰাণ যোৱা নাই, আজি তুমি সহায় হোৱা, এই নৰক যন্ত্ৰণাৰ অৱসান হৈ য'ক।

সাধু। শুনা। সন্ধ্যাৰ অন্ধকাৰত, দগ্ধ নগৰীৰ ধোঁৱাঁৰ তলত, এতিয়াও হিংসাৰ উন্মাদনা, মৃত্যুৰ প্ৰেত উল্লাস, শত্ৰু মিত্ৰৰ চিন নাই, কেৱল অন্ধ শোনিত লিপ্সা। আহা, তাতে জাপ দিওঁ গৈ—! ( দুয়ো যায় গৈ )

দৃশ্যপট উঠিব।

## সপ্তম দৃশ্য

### সময়—সন্ধ্যা

দুৰ্গৰ দুৱাৰ মুখ এখন

[ ভাঙ্গি পৰোঁ পৰোঁ হোৱা ডাঙৰ শিলৰ বেৰ এখন আৰু মাজেদি এখন বহল খট্‌ খটি। আন্ধাৰৰ মাজে মাজে অলপ অলপকৈ জোনাকৰ ৰেখা পৰিছে। ]

[ গীত গাই গাই ললিতা আহিল আৰু

দুৰ্গৰ দুৱাৰত লগা ওখ শিল এটাত বহি ল'লে। ]

**গীত**

বীণাৰ তাঁৰ—বীণাৰ তাঁৰ,
মৰম বীণাৰ ছিন্ন তাঁৰ !
নুতুলিবি নুতুলিবি নুতুলিবি আৰু
বিষাদ গান !
পাহৰণি ওৰণি খনি
টানি ঢাকি দে'হি
সকলো গান ;
আহিছে ধীৰে—আহিছে ধীৰে,
মন্ত্ৰ মুগ্ধ গোধূলি ম্লান।

ললিতা। এই ক'লা চুলি, তাতোকৈ আকাশ বেছি ক'লা ! এই ধোঁৱাৰ কুণ্ডলি বোৰ—উঃ কেনে গোন্ধাইছে ! এই ৰঙা ৰঙা পোহৰ ক'ৰ পৰা পৰিল ! কি ৰঙা !—যেন জুইৰ আঙঠা ! সোৱা জোন উঠি আহিব খুজিছে, কিন্তু আন্ধাৰক বলে পৰা

নাই। দেহি ঐ! সুন্দৰ জোনটি! ভাগৰ লাগি শেতা পৰিছে ; আহক উঠি, আহিব দিয়া।—যা, আঁতৰি যা আন্ধাৰ! মোৰ আদেশ! কি! পৰ্ব্বতৰ জুই বোৰো দেখোন! কোনে আহিব দিলে ইহঁতক! মোৰ আদেশ। যা যা নুমাই যা! তহঁতৰ ৰাণীৰ আদেশ।—তথাপি নুনুমায়! বিদ্ৰোহী প্ৰজা! আনো ধুমুহা? আনো মেঘ, আনো বৰষুন? আনো বিদ্যুৎ? আনো সাতো সাগৰৰ ওপচা ঢৌ বোৰ?……সৌৱা মনোহৰে হাঁহিছে! মোৰ খং দেখি হাঁহিছে। আৰু হোমৰ কাষত বহি জুইৰ ফিৰিঙতিৰ ফুল ছটিয়াব লাগিছে। তাকেতো! মোৰ প্ৰজা বিদ্ৰোহী হ'ব কিয়?

( নন্দ আহিল )

নন্দ। ললিতা ইয়াত! কি সুন্দৰ! ললিতা! ললিতা!

ললিতা। কোন?—ও! দময়ন্তীৰ স্বয়ম্বৰক অহাৰ দৰে ইয়ালৈকো কলি আহিছে! প্ৰনাম দেৱতা।

নন্দ। তাত আছা কিয়? আহাচোন নামি আহা সুন্দৰি!

ললিতা। ও! দেৱতা ডোখৰ দেখোন অলপ সিবিধৰ!

নন্দ। আহা, আহা মোৰ লগত ব'লা। ইয়াত তোমাৰ বহুত বিপদ।

ললিতা। ইকি শেষ নিশাৰ ভোজৰ পাচত ৰুগ্ন, খকুৰা, মগনায়াৰ দৰে কি লোলুপ দৃষ্টি! চিনিছোঁ। এয়ে সেই! এয়ে সেই!

নন্দ। আহা! নামি আহা ললিতা! মই তোমাক ৰক্ষা কৰিম।

( ওপৰলৈ উঠি গৈ ললিতাৰ হাতত ধৰে )

ললিতা। ওঁহো! মই নাযাওঁ! মই নাযাওঁ।

নন্দ। যাব লাগিব, আহা—

ললিতা। নিবলৈ আহিছ! বাৰু নে এইবাৰ।

( টনা আজোৰাৰ মাজতে ছুৰীৰে আঘাত কৰি বগৰাই দিয়ে। )

নন্দ। উঃ! ডাইনী! চাঁও বাৰু তোক কোনে ৰাখে।

ললিতা। হাঃ! হাঃ হাঃ! কেনে মজা! কেনে মজা!

[ ললিতাই খটখটিৰে ওপৰ মুখে ল'ৰি গুচি গ'ল, নন্দই খেদা মাৰিব খোজোঁতে পাচ ফালৰ পৰা শচীপাত্ৰ আহি তৰোৱালেৰে ঘপিয়াই নন্দক মাটিত পেলাই দিয়ে। ]

শচী। প্ৰতিহিংসা পূৰ্ণ হক! প্ৰতিহিংসা পূৰ্ণ হক!

নন্দ। উঃ! শচীপাত্ৰ! উঃ! উঃ!

( বাগৰি পৰি ধৰ্‌ফৰাব ধৰিলে। )

শচী। পুত্ৰ হত্যাৰ প্ৰতিশোধ! মনোহৰৰ মাংসৰ প্ৰতিশোধ! কমতাৰ সৰ্ব্বনাশৰ প্ৰতিশোধ! চাই যা নন্দ! ই ধৰ্ম্মৰ বিচাৰ।

নন্দ। ময়ো কওঁ, ধৰ্ম্মৰ বিচাৰ তোমাৰ ওপৰত কেতিয়াবাই আৰম্ভ হৈছে। ভাবি চোৱা কাৰ শাস্তি বেছি হৈছে—মোৰ নে তোমাৰ? সমদৰ্শী ভগৱান। তুমি ধন্য!

শচী। ভগৱানৰ নাম চুৱা নকৰিবি নৰাধম।

নন্দ। ভগৱান সকলোৰে। ব্ৰাহ্মণ, নাভাবিবা কেৱল মৱেই দোষী। দোষী তুমি, দোষী তোমাৰ পিতৃপুৰুষ, দোষী তোমাৰ সমাজ, দোষী তোমাৰ সংস্কাৰ, দোষী তোমাৰ শাস্ত্ৰ

দোষী তোমাৰ ধৰ্ম্ম। মই কোন চিনিছা ? মই পালবংশৰ বংশধৰ, সুবাহুৰ উপপত্নীৰ সন্ততি—

শচী। তয়ে সেই জাৰজ ! কালসৰ্প !

নন্দ। সেই জাৰজক ধ্বংশ কৰিবলৈ তোমালোকৰ শাস্ত্ৰীয় অত্যাচাৰৰ কথা মনত কৰা চোন ! তোমাৰ বিবেকক ভাল কৈ এবাৰ সোধা, তুমি দোষীনে নিৰ্দ্দোষী।

শচী। জাৰজ সমাজৰ পাপৰ প্ৰতিমূৰ্ত্তি। তাক নিৰ্ম্মূল কৰাত পাপ নাই, দোষ নাই—।

নন্দ। কিন্তু তোমালোকৰ দোষত, তোমালোকৰ দুৰ্ব্বলতাত মোৰ উৎপত্তি। তোমাৰ শ্ৰুতি স্মৃতিয়েও মোক বাধা দি ৰাখিব পৰা নাই। অথচ তোমালোকে ঘৃণাৰে মোক দমন কৰিব খোজা ! তোমালোক হোৱা নিৰ্দ্দোষ,—দুই ধেনু পৰাচিত কৰি শুচি, মই হওঁ চিৰ কলঙ্কিত ! মোক মানুহৰ শাৰীত ঠাই নিদিয়া নাই, মই পিশাচৰ ৰাজ্যত ৰজা হৈছোঁ। তোমালোকৰ আনন্দৰ বৰ ঘৰত জুই দিছোঁ।

শচী। তাৰ লগতে নিজেও অধঃপাতে গৈছা, কমতাৰো পতন আনিছা।

নন্দ। নিজৰ বাবে মোৰ দুখ নাই ব্ৰাহ্মণ ! কিন্তু জানিব খোজানে কমতাৰ পতন কিহে আনিছে ? কমতাৰ পতনৰ কাৰণ মই অকলে নহয়, তুমিও নহয়, নীলাম্বৰো নহয়, গৌড়ৰ নবাবো নহয়। কমতাপুৰ ধ্বংস কৰিলে মানুহৰ প্ৰতি মানুহৰ ঘৃণাই, পবিত্ৰতাৰ অন্ধ বায়ুই। বামুণীয়া আভিজাত্যৰ

মদগৰ্ব্বই ! আজি এই ভস্মস্তুপৰ ওপৰত বহি অপঘাত মৃত্যুক আলিঙ্গন কৰি, মই ভৱিষ্যত বাণী কৰি যাওঁ, শুনা জাত্যাভিমানী মূৰ্খ মানৱ। যেতিয়ালৈকে মানুহক মানুহ বুলি, আপোন বুলি অনুভব নকৰিবা, জন্মৰ কাৰণে, অৱস্থাৰ কাৰণে হীনবুলি উপেক্ষা কৰি থাকিবা, তেতিয়ালৈকে এই নন্দৰ আত্মাই ধূমকেতুৰ দৰে যুগে যুগে দেখা দি থাকিব, তোমালোকৰ আনন্দৰ হাটত মহামাৰী বিলাব।

[ ওপৰত ভীষণ শব্দ হব ধৰিলে শিল ইটা খহি খহি পৰিব ধৰিলে। ]

শচী। গ'ল দুৰ্গৰ শিখৰ জুইত খহি গল ! যা যা কমতা ! চিৰ দিনলৈ অস্ত যা !

[ ফাটি পৰোঁ। পৰোঁ। হৈ থকা দেৱালখনে শচীপাত্ৰ নন্দ সকলোকে হেচি ধৰিলে, ধোঁৱা আৰু ধূলিয়ে আন্ধাৰ কৰি পেলালে। )

**অঙ্ক পতন**

## সামৰণি দৃশ্য

### সময়—পূৱা

### নদীৰ পাৰৰ নিৰ্জ্জন বননি

হোছেন চাহ আহিল

হোছেন। কমতাৰ জয় সম্পূৰ্ণ হ'ল, লগে লগে অন্তও হ'ল। কি জয় কৰিলোঁ!—এখন কবৰ স্থান। কমতাৰ বিজয় কীৰ্ত্তি ছাই হৈ মাটিত বাগৰি আছে! আজি যি পৰিল আৰু সি কেতিয়াবা উঠিবনে?

[ ৰাজিয়া আহিল ]

ৰাজিয়া। আপুনি ইয়াত, অকলে?

হোছেন। তুমি পৰ্দ্দা এৰিয়েই ইমান স্বাধীন হব পৰা বুলি মোৰ ধাৰনাই নাছিল।

ৰাজিয়া। পৰ্দ্দা এৰিতো মই জগতৰ একো ক্ষতি কৰা নাই, বৰং পাৰিছোঁ মানে শান্তিৰহে যত্ন কৰিছোঁ।

হোছেন। সকলোৱে তাকে পাৰিব জানো?

ৰাজিয়া। নোৱাৰিব পাৰে বুলি, সকলোকে জগতৰ বাহিৰ কৰি থ'লে ভাল হ'ব জানো?

হোছেন। তোমাৰ লগত তৰ্ক নকৰোঁ। পিছে ইয়ালৈ আহিছ, কিয়?

ৰাজিয়া। মই তীৰ্থ দৰ্শন কৰিব আহিছোঁ।

হোছেন। মই বুজিব পৰা নাই।

ৰাজিয়া। কেনেকৈ বুজিব! বাদচাহীৰ বাহিৰেও যে পৃথিৱীত এখন সুন্দৰৰ ৰাজ্য আছে তাকতো আপোনালোকে নাজানে? এয়ে সেই পবিত্ৰ ঠাই, ইয়াতে মই চন্দ্ৰা আৰু নীলাম্বৰৰ শেষ সৎকাৰ কৰাইছোঁ। আহা, কুমাৰী সকল! বছোৰাৰ ফুল আনা, গঙ্গাৰ জল আনা, ঈৰানৰ সৌৰভ আনা, পদ্ম চন্দনেৰে সৈতে একণি একণিকৈ চিতাভস্মত ছটিয়াই দিয়া। জীৱনৰ সকলো পোৰণি চেঁচা পৰি য'ক, মুক্ত আত্মাৰ শান্তি হ'ক, ধৰণীত স্বৰ্গৰ ছবি ফুলি উঠক—

[ ভৱানী মন্দিৰৰ কুমাৰী সকল আহিল, গীত গাই চিতা প্ৰদক্ষিন কৰি ফুল পানী আদি ছটিয়াই দিব ধৰিলে। ]

**গীত**

শান্তি! শান্তি! নামি আহা
পৰম শান্তি!
শেষ হ'ল জীৱনৰ শত দ্বিধা দ্বন্দ,
তালে তালে তালে বাজি
আহা সুধা ছন্দ,
মৰম বিদৰী গান,
হ'ল আজি অৱসান,
অৱসান হ'ল যত ভ্ৰান্তি।
অতীতত ঢালা কিয় অশ্ৰুবিন্দু?
—লাহে ধীৰে ভাহি উঠে
সান্তনা ইন্দু,
ঢালা নৱ ফুল জল
শাঁত হ'ক চিতানল
ফুলি ৰ'ক সকৰুণ কান্তি!

শান্তি! শান্তি!.................




**যৱনিকা**